# অকুণ্ঠ স্বীকৃতি

সদা শইকীয়া

কমল ষ্টোৰ্ছ
বৰপেটা · অসম

॥ প্ৰথম প্ৰকাশ ॥
ডিচেম্বৰ : ১৯৬৬

প্ৰকাশক :
॥ শ্ৰীঅনিৰুদ্ধ দাস ॥
কমল ষ্টোৰ্চ
বৰপেটা : অসম

প্ৰচ্ছদপট :
॥ পুলক গগৈ ॥

মুদ্ৰক :
শ্ৰীতীৰ্থনাথ পাল
নিউ শ্ৰীদুৰ্গা প্ৰেছ
২।১ বিধান সৰণী
কলিকতা-৬

তিনি টকা

মোৰ উদ্দীপনাৰ উৎস
দুখীয়া ৰাইজৰ সৰ্ব্বাঙ্গীন মুক্তিৰ
প্ৰতীক্ষাৰে
সদা শইকীয়া

ইয়াত আছে



# অকুণ্ঠ স্বীকৃতি

কথাটো কেনেবাকৈ যদি দুৰ্যোধনে গম পায় তেনেহলে সি মোক কাটি টুকুৰা টুকুৰ কৰি পেলাব। তাৰ মুখখন মনত পৰিলেই মোৰ গাৰ নোমবোৰ ডাল ডাল হৈ উঠে। দিনে নিশাই ভগৱন্তক খাটিব লাগিছো—মই যি পাপ কৰিলো তাৰ বিচাৰ যেন জীয়াই থকা দিনকেইটাত নহয়, দণ্ডও যেন পৰজন্মতহে হয়। নহলে কথা বিষম।

কালি তাৰ দোকানলৈ যাওঁতে ভিতৰৰ পৰা তুলসীজনীয়ে যি-টোহে গলখেকাৰি মাৰিলে—মোৰ জীৱটো উৰি যোৱা যেন লাগিল। তাইৰ সেই গলখেকাৰিটোৰ বাৰু অৰ্থ কি? অৰ্থটো এনেকুৱাই নেকি—ৰবি, চব কথা ককাইক লগাই দিম,—তইনো কেনেকৈ সাৰ চাম। যদি অৰ্থটো এয়েই হয়—তেনেহলে মোৰ ফালে আইধা! সি কথাটো গম পোৱা মানেই মোৰ গাটো টুকুৰ টুকুৰ হোৱা।

উঃ বাৰে বাৰে গাটো জিকাৰ খাই উঠিছে। এনেকৈ কোনোকালেই শোৱন খাৱন নোহোৱাকৈ ভয়ত দিন কটোৱা নাছিলো। এই নগৰলৈ অহাৰো আজি প্ৰায় পাচ বছৰ হ'লহি। লৰাছোৱালী একেলগে পঢ়া স্কুল খনতো চাকৰি কৰা আজি ইমান দিন হ'লহি। ক'তা ইমান দিনেতো কোনেও মোৰ গাত খুঁত অকণ বিচাৰি পোৱা নাছিল। মাজতে মাত্ৰ এবাৰ কেৰপাই চকীদাৰৰ নাইনত পঢ়া সুবৰ্ণজনীয়ে বাটতে মনে মনে সিহঁতৰ ঘৰলৈ মাতিছিল। তাকো আকৌ মাকে কৈ পঠোৱাতহে। তাই স্কুল ছুটি হোৱাৰ পাছত বাটতে ছেগ বুজি অকলশৰীয়াকৈ কথাষাৰ যেনে-কৈহে ক'লে—মই কোনোবাই দেখে বুলি চকু দুটা পিৰিক পাৰাক

কৰি—ইফালে সিফালে নেচাই নোৱাৰিলো। আনে দেখা হ'লে পিছ দিনা স্কুলৰ বেৰত বেনামী ঘোষনা ওলমিলহেঁতেন। কাৰণ কেৰপায়নী বৰ বাৰু তিৰুতা নহয়। অবিবাহিত শিক্ষকবোৰক ঘৰলৈ মাতি নিয়ে। চাহ জলপান খাবলৈ দিয়ে। আৰু ? ছিঃ ছিঃ ছিঃ, সেই বোৰ ক'ব নোৱাৰি। চমুকৈ ইঙ্গিত দি ইমানকৈ ক'ব পাৰি—কোনোবা ডেকা বা বুঢ়া হৈয়ো ডেকা মন থকা মানুহ গ'লে কেৰপায়নীয়ে ছোৱালীজনীক অকলে এৰি, নিজে ক'ৰবালৈ গৈ ঘৰটো আজৰাই দিয়ে।

নকুল মাষ্টৰটো,—সেই আকলুৰাটো—ছোৱালী বুলিলে উছপ খোৱা বিধৰ সেই মাইকী মুৰাটো—কেৰপায়নীৰ ফান্দত বাৰুকৈয়ে পৰিল। বেচেৰাই অৱশেষত স্কুলৰ পৰাও খেদা খাব লগা হ'ল। শুনিছো, নকুল মাষ্টৰে বোলে গোটেই দৰ্মহাটো কেৰপায়নীহঁতৰ ঘৰতেই খৰচ কৰিছিল।

এনেকৈ সিহঁতৰ ঘৰখনৰ এনেবোৰ কথা মনলৈ অহাত ঠিক কৰি পেলালো—নাযাওঁ, বেয়া পালেও পাওক। সেই বুলি তেনেকুৱা কেলেঙ্কাৰী গাত লগাই ল'ম নেকি ?

এদিন পিছে বেয়াও লাগিল। কেৰপাই চকীদাৰটো বুঢ়া হ'ল। এতিয়া কামচামো নাই। লৰাই ছোৱালীয়ে এপাল. এই বস্তুবাহানিৰ আকালৰ দিনত কেনেকৈ পোহপাল দিয়ে! ইপিনে সুবৰ্ণকে ধৰি ৰূপেশ্বৰলৈকে পাচোতা লৰাছোৱালীক স্কুলত পঢ়ুৱাব লাগে। মুখৰ কথানেকি ? মনতে ভাবিলো—হেৰ' তাইক তহঁতে বদনামহে দিয়, তাইক ঘৰখন চলাবলৈ ভাল বাট এটা দেখুৱাই নিদিয় কিয় ? খঙৰ ভমকতে এদিন গৈ সিহঁতৰ নঙলামুখ পালোগৈ।

নঙলামুখত ৰওঁতেই মোৰ চকু দুটা অকস্মাৎ থৰ হৈ গল। ও আই, এওঁ কোন ? পূৰ্ণানন্দ বৰুৱা নহয় নে ? হয় হয়—এওঁ আমাৰ স্কুল ব'ৰ্ডৰ সভাপতি বৰুৱাই। এঃ নহয় কিজানি। মোৰ চকু কেইটাহে কিজানি বেয়া হ'ল। বৰুৱানো আকৌ কেৰপায়নীৰ ঘৰলৈ



কিয় আহিব ? ধেৎ নোসোমাওঁ। মোৰ লগত মুখা মুখি হলে দেহি বৰুৱাই লাজ পাব। উগুলথুগুলকৈ দুখোজমান আগবাঢ়ি গৈ আঁহত জোপাৰ তলতে ৰৈ থাকিলো। তেওঁনো তাত কিমান সময় ৰৈ থাকে, কেতিয়া ওলাই আহে চাবলৈ।

তেতিয়া ৰাঙ্গলী বেলিটো সম্পূৰ্ণৰূপে ডুব গৈছিল। পৃথিৱীখনৰ ৰং কজলামুৱা হৈছিল। চৰাই চিৰিকতিবোৰ গৈ নিজৰ বাহে বাহে সোমাইছিল, এনেতে পিঠিত টপৰকৈ কিবা পৰাৰ দৰে লগাত খেপিয়াই চালো। আঁহতজোপাৰ ওপৰৰ পৰা কোনোবা চৰাইয়েই মোক এই অত্যাচাৰ কৰিলে। খং উঠিল। তাৰ পাছত ভাবিলো,—নহয় এইটো অমঙ্গলৰ চিন—ইয়াত থকা উচিত নহব। কথাটো ভাবোতেই দেখিলো—কেৰপায়নীহঁতৰ পদুলিৰ নঙলা খুলি বৰুৱা বেগাই ওলাই আহিছে। চুৰীয়াখনৰ থোৰটো কিন্তু পাঞ্জাবী চোলাটোৰ জেপএটাত চিৰাচৰিত সন্মানেৰেই সোমাই আহিছে।

তেওঁক দেখাৰ লগে লগে মোৰ মনত পৰিল বেচেৰা নকুল মাষ্টৰলৈ। তেনেহলে নকুল মাষ্টৰে কিয় খেদা খালে ? বৰুৱা সভাপতি হৈয়ে ৰ'ল। কথাষাৰ ভাবি মোৰ খঙে চুলিৰ আগ পালেগৈ। ভাবিলো কেৰপায়নীক আজি সুধিবই লাগিব—নকুল মাষ্টৰক খেদিবৰ সময়ত তাই কিয় বৰুৱাৰ কথাও কৈ নিদিলে, তাইয়ো বদমাচী। এইবাৰ তাইকো সুদাই নেৰো। সকলো কথা ব'ৰ্ডক জনাই দিম যাতে বৰুৱাইয়ো এসেকা পায় আৰু তাইৰো নঙলা মুখত দুডালমান কাঁইট পৰে।

লোকলৈ বুলি দুল পুতিবলৈ পাঙি নিজে ফুটি মৰিবলৈকেনেকি জানো—গপ্ গপাই গৈ সিহতৰ চ'ৰা ঘৰটোত সোমালো। সুবৰ্ণই মোক দেখি—"আজিনো বাটৰ দুল জেং কোনে আঁতৰাই দিলে" বুলি বেকা হাঁহি এটা মাৰি বাহিৰলৈ ওলাই আহি কলে—"বহক ছাৰ"।

তাইক একো নকৈ চকিখনত বহিলো। তাই ভিতৰলৈ

বোধহয় মাকক মই অহাৰ খবৰ দিবলৈ সোমাই গ'ল। কোঠাটোত আমন জিমনকৈ বহি থকাতকৈ বেৰত ওলমাই থোৱা ছবিবোৰকেই চাবলৈ ধৰিলো। এখন ছবিত মহাত্মা গান্ধী আছে, পাছফালে শ্ৰীকৃষ্ণৰ ছাঁ এটা, তলত 'জয়হিন্দ' বুলি লিখা আছে। একাষত আকৌ বিড়ী ঢুমুঠি ঢুখন হাতত লৈ আপচু ভাবে বুকু জিলিকাই হাঁহি থকা এজনী ছোৱালী। আনখন ছবি ৰাধা আৰু শ্ৰীকৃষ্ণৰ। প্ৰায় আলিঙ্গনৰ অৱস্থাত। ৰাধাৰ ঢুলিকোচা বৈ পৰা। একাষত লিখা আছে—সুগন্ধী মোহিনী তৈল। বেৰখনৰ আন এটা চুকত মৈদাৰ আঠাৰে হবলা লগাই থোৱা আছে কোনোবা চিত্ৰ তাৰকাৰ ঘোঁৰাত উঠি হাতত তৰোৱাল লৈ থকা ছবি এখন। ছবিকেইখন চাই থাকোতেই কেৰপায়নী আহি টেক্‌টেকীয়া মাতেৰে কৈ উঠিল—"আলহী মানুহৰ দৰে দেখোন বাহিৰতে ৰ'ল। ভিতৰলৈ সোমাই আহক"।

উঠো নুঠোকৈ চকিখনৰ পৰা উঠি কেৰপায়নীৰ পাছে পাছে ভিতৰলৈ সোমাই গলো। ভিতৰৰ সৰু কোঠা এটাত কেৰপায়নীয়ে মোক বহিবলৈ দি ওলাই গ'ল। লগে লগে সোমাই আহিল সুবৰ্ণ। তাই কোঠাটোত সোমায়েই মোৰ ফালে কেৰাহিকৈ চালে। তাৰ পাছত তাই মোৰ একেবাৰে কাষলৈ আহি মিচিকিয়াই হাঁহি হাঁহি কলে—"ছাৰ, আপুনি বোলে হাত চাব জানে ?"

তাইৰ কথা শুনি মোৰ বৰ খং উঠিল। মোৰ একেবাৰে ওচৰলৈ আহি তেনেকৈ হাঁহি হাঁহি কথা কবলৈ তাইৰ ইমান সাহসনে ? কবলৈ ইচ্ছা গৈছিল—মই তোৰ মাষ্টৰ নহয় নে ? তই জানো এতিয়া ওঁঠ চেপিলে গাখীৰ ওলোৱা হৈ আছ ! লেং লেংকৈ গাভৰু হলিহি, আজি বাদে কাইলৈ এঘৰলৈ ওলাই যাব লাগিব। ইমান চঞ্চল হব লাগেনে ? কথাষাৰ তাইক কৈ পেলালো—"সুবৰ্ণ, ইমান চঞ্চল হ'বলৈ তোক কোনে শিকালে ?"

মোৰ কথা শুনি তাইৰ মুখখন ৰঙা পৰিল। সেমেনা সেমেনি কৈ কোঠাটোৰ পৰা তাই আতৰি গ'ল। তাই আতৰি যাবলৈহে পালে—



সোমাই আহিল কেৰপায়নী। ধপাতৰ সৈতে পাগুলি তামোল খাওঁতে হোৱা কিচ্‌কিচিয়া ক'লা দাঁত ডুপাৰী উলিয়াই স্বাভাৱিক হাঁহিটো মাৰি কেৰপায়নীয়ে ক'লে—

"আমাৰ ছোৱালী জনীয়ে পঢ়াশুনা কৰিব পাৰিছেনে ?"

"মই সিহঁতৰ বুৰঞ্জীহে পাওঁ। বুৰঞ্জীত বৰ বেয়া নহয়। বাকী বিলাকত কেনেকুৱা নেজানো।"

"এৰা তাকেহে বোলো—আপোনাকেই কওঁ—গধূলি গধূলি এইপিনে পাক এটা মাৰি তাইক অলপমান দেখুৱাই যাব। আৰুনো কোন আছে তাইৰ।" কেৰপায়নীৰ কথাষাৰ পোনপটীয়া হলেও তাৰ আচল অৰ্থ যেন আন কিবা এটাহে এনে লাগিল। কলো—"গধূলি মোৰ বহুত কাম থাকে। এই পিনে যে আহিব পাৰিম আশা কম।"

"এৰা বিনা পইচাই নো কোনে খাটিব। ঢুখীয়া মানুহ। নহ'লে আমিও ইহঁতৰ কাৰনে ধন ভাঙিব নোৱাৰিলোহেঁতেন নে ?"—কেৰপায়নীয়ে আকৌ ক'লে—"মই আকৌ তাইক কৈছিলো, হেমন্ত মাষ্টৰকে কথাটো কবি। তাইহে বোলে—হেমন্ত মাষ্টৰে পঢ়ুৱাব নেজানে। আপোনাকহে লাগে।" এইবাৰ কেৰপায়নীয়ে আকৌ হাঁহিলে। হাঁহিটোত মোৰ মনটো সিৰ্‌সিৰাই গ'ল। হাঁহিটোৱে যেন ক'লে—নিতৌ গধূলি আহিব। সুবৰ্ণক পঢ়ুৱাব আৰু···। তাইৰ কাপোৰ-কানি ফিজতিজবোৰ দি থাকিব আৰু মাজে সময়ে আমাৰ পিনেও মন কৰিব······

কথাবোৰ ভাবি মোৰ মূৰটো তপত হৈ উঠিল। কেৰপায়নীয়ে মোকো তেনেহলে নকুল মাষ্টৰৰ দৰে খেদা খুৱাব খুজিছে। এখন্তেকো অপেক্ষা নকৰি ঘপহ কৰে তাৰ পৰা ওলাই আহিলো। ঘৰলৈ আহি তাকেই ভাবিলো—বোলো মই মাষ্টৰহে। চাৰিকুৰি টকা পাওঁ মাহটোৰ মূৰত। তাৰে ঢুকুৰি ঘৰলৈ পঠিয়াওঁ। বাকী ঢুকুৰিৰে নগৰত পেটেভাতে চলি থাকিবলৈকে নাটে। কেৰপায়নীক তৰাবলৈ নাই। কেৰপায়নীক তৰাবলৈ গ'লে ঘৰত মোৰ ভনীজনী কেৰপায়নীৰ

দৰে বদনামী হব। এই সংসাৰত আন এজনী সুবৰ্ণক আন এজন মাষ্টৰে পঢ়ুৱাব লাগিব আৰু পয়চা পাতি দি নষ্ট কৰিব লাগিব। ভয় লাগিল। ভয়ে ভয়ে মনতে ক'লো—মাষ্টৰ যেতিয়া মাষ্টৰ হৈ থাকা। লৰা ছোৱালীক চৰিত্ৰ গঠনৰ উপদেশ দিয়া যেতিয়া নিজৰ চৰিত্ৰ ঠিক কৰি ৰাখা। যদি কেতিয়াবা গাভৰুৰ সংগ লাভৰ কামনা জাগে তেতিয়া নিজৰ ভনীয়েৰৰ অৱস্থা ভাবিবা।

সুবিধা পায়ো মই হৈ ৰ'লো এজন প্ৰকৃত মাষ্টৰ। চৰিত্ৰ পৰম সম্পদ—এই নীতিবাক্য মুখস্থ কৰি নাইবা আৰ্থিক অৱস্থাৰ হেচাত আৰু ভয়ত। আৰু বকুৱা? তেওঁ এতিয়াও আমাৰ স্কুলৰ সভাপতি। কেৰপায়নীৰ ঘৰলৈ তেওঁ গ'লে জ্ঞানী মানুহবোৰে চকু মুদি থাকে, অমঙ্গল নঘটায়। কিন্তু বেচেৰা নকুল মাষ্টৰ! পা-পইচাৰ অভাৱত কোন দিনা চোৰ হয় বা কোন দিনা আত্মহত্যা কৰে—তাৰ উৱাদিহ পাব কোনে!

তাকেহে ভাবো—নাৰীৰ লগত ফুৰ্ত্তি কৰিবলৈ ইমান কৃপণ হোৱা এই মানুহটোৱে বাৰু সেইদিনা তুলসীক……

উঃ ইমান উত্তেজনা কিয় হৈছিল মোৰ?

নাই, নাই তুলসীক শাও নিদিবি দুৰ্যোধন, তই মোক নেকাটিবি। সেইদিনা মই দৈত্য হৈছিলো, এতিয়া মই মানুহ হৈ গ'লো। জ্ঞানী মানুহ হ'লো চা। চা ভাই চা।

দুৰ্যোধন, তই যদি মোক ক্ষমা নকৰ তেনেহলে সৰ্ব্বনাশ হ'ব। তই যদি মোক কাটি আধামৰা কৰি ৰাখ তেনেহলে কথাটো সকলোৱে গম পাব। মোৰ মুখত থু পেলাব। স্কুলৰ চাকৰী যাব। ঘৰত আই বোপায়ে কষ্ট পাব। আৰু তই যদি মোক কাটি টুকুৰা টুকুৰ কৰি পেলাব? তেতিয়া মোৰ আই বোপাইক কোনে চাব?

শুন দুৰ্যোধন, তুলসাৰ ওপৰত মোৰ কোনোদিনেই চকু নাছিল। তাই নিতৌ পুৱা গধূলি মোৰ ঘৰটোৰ পাছফালে থকা পুখুৰীটোৰ পৰা পানী নিবলৈ আহে। সদায়ে দেখো। তাইক কোনো দিনেই বেয়া



চকুৰে চোৱা নাছিলো। কিন্তু সেই দিনা ৰাতি ফুৰি উভতি আহোঁতে—যিটো কাণ্ড মোৰ চকুত পৰিল তাৰ পাছত তাইলৈ মই চাবলৈকে সাহ কৰা নাছিলো। কেৰপায়নীয়ে নিজে জীয়েকক এৰি দিওঁতেও পলাই অহা মানুহ মই। চৰিত্ৰ চম্ভালি ৰখাৰ শপত খোৱা মানুহ মই। গতিকে তুলসীক সেইদিনা তেনে অৱস্থাত দেখাৰ পাছত তাইলৈ চাবলৈকে বা সাহ থাকে কেনেকৈ মোৰ! সেই দিনা ৰাতি, ঠিক ন মান বাজিছিল। কাপোৰৰ জোতা পিন্ধা মোৰ ভৰিৰ খোজত চাগৈ কণমানো শব্দ নাছিল। থকাহলে সিহঁত উঠি দৌৰি পলালহেঁতেন। মোৰ ঘৰৰ পিৰালি গৈ পাওঁতেই এহাল মানুহ মাটিত পৰি থকা দেখি চক্ খাই উঠিলো। জেপৰ পৰা জুইশলাৰ বাহটো উলিয়াই শলা এডাল জ্বলাই দিয়াত চকুৰ আগত জিলিকি উঠিল সেই ভাবিব নোৱাৰা দৃশ্য। অতনু ককাইদেউ আৰু তুলসী। সিহঁতক তেনে অৱস্থাত দেখি লাজ লাগি বাহিৰলৈ যাবলৈ ধৰোতেই সিহঁত উঠি থিয় হ'ল আৰু অতনু ককাইদেৱে পাছফালৰ পৰা মোৰ কান্ধত ধৰি কৈ উঠিল—

"যদু কথাটো কাকো নকবা দেই। লোৱা এই টকা দহটা।" এই বুলি মোৰ হাতত দহটকীয়া নোট এখন গুজি দিছিল। নোটখন লবলৈ মনটো কোচ খোৱাত কিবা এটা আশংকাৰ ভাৰেৰে কঁপা মাতেৰে কলো—"ককাইদেউ, টকা মোক নেলাগে কিন্তু কথা এটা দিয়ক—আজিৰ পৰা এই বিলাক কাম অন্ততঃ মোৰ ঘৰটোত যেন নকৰে।"

"নহয় যদু, তোমাৰ ঘৰটো অকলশৰীয়া। এনেকুৱা নিৰাপদ ঠাইনো ক'ত আছে ইয়াত?"

"কোনোবাই দেখিলে মোৰ নাকটো ক'ত ৰ'ব ককাইদেউ? দুৰ্যোধনে গম পালে—মোক নেখাবনে?"

"তুমিও দেখিছো বৰ ভয়াতুৰ। দুৰ্যোধনে একো নকৰে। বাৰু যদু তোমাৰ জানো কেতিয়াবা তুলসীলৈ মোহ নজন্মে?" "ককাইদেউ

এইবোৰ কথা এতিয়া সুধিব নেলাগে, আপুনি যাওকগৈ।" মোৰ কথাষাৰ শুনি চৌধুৰী ক্ষন্তেক সময় মনে মনে থাকিল। তুলসী কেতিয়াবাই পাছফালেদি ওলাই গ'ল। অতনু চৌধুৰীয়ে চিগাৰেট এটা জ্বলাই লৈ ক'লে—"বাৰু মই যাওঁ, তুমি কিন্তু এইবোৰ কাকো নকবা। কেতিয়াবা যদি তুলসীক বিচাৰা—মোক কবা। মই কৈ দিলেই পাবা।"

কথাষাৰ কৈয়েই অতনু চৌধুৰী ওলাই গ'ল। ছুৱাৰখন মেলি মই চাকিটো জ্বলাই ল'লো। সেই দিনা ৰাতি মোৰ ভাত বন্ধা নহল। বিচনা খনত পৰি কেৱল সেই কথাকেই ভাবি থাকিলো।

ভাবিলো, দুৰ্যোধনৰ ভনীয়েক হৈ তুলসীয়ে ইমান তললৈ নামিবলৈ সাহ কৰিলে কেনেকৈ? দুৰ্যোধন এনেকুৱা এটা মানুহ যি কোনোবাই তাক কিবা প্ৰকাৰে অপকাৰ কৰা যেন দেখিলেই অপকাৰ কৰাটোৰ মূৰটো চোবাই পেলাব খোজে। প্ৰতিশোধ কেনেকৈ লব লাগে সি তাক জানে। সেই প্ৰতিশোধ নিৰ্ম্মম। এবাৰ ভীমকান্তই অতনু চৌধুৰীক—তেওঁৰ মাটিৰ পৰা তাক খেদি দিবৰ উদ্দেশ্যেৰে লগাইছিলগৈ। দুৰ্যোধনে যিডোখৰ মাটিত দোকান দিছে সেই ডোখৰ মাটি অতনু চৌধুৰীৰ। ভীমকান্তৰ এই কথাষাৰ যেতিয়া দুৰ্যোধনে গম পালে, সি তাক বাটতে মানুহৰ মাজত ধৰি যি কেইপাত চৰ শোধালে সি চাগৈ মৰিলেও পাহৰিব নোৱাৰিব। তেনে এটা দুৰ্যোধনৰ ভনীয়েক হৈ এনে এটা কাম কৰিবলৈ তাই সাহ পালে কেনেকৈ?

আৰু অতনু চৌধুৰী? দুৰ্যোধনক তেওঁৰ মাটিত বসবাস কৰিবলৈ দিয়াৰ কাৰণ এয়েই নেকি? নগৰখনৰ এক তৃতীয়াংশ মাটিৰ অধিকাৰী অতনু চৌধুৰী। তেওঁৰ সমান শ্ৰেণীৰ ছোৱালী নেপালে? এই তুলসী জনীক?···ছিঃ ছিঃ ভদ্ৰলোক আকৌ!

কথাবোৰ ভাবি থাকোতে মোৰ টোপনি আহল।

কেইবা দিনো পাৰ হৈ গ'ল। এদিন দুপৰীয়া। স্কুল বন্ধ আছিল। ভাত সাজ ৰান্ধিবলৈ চৌকাটোত খৰি কেইডাল মান জাপি দি



চাকিটোৰ পৰা কেৰাচিন তেল ঢালি জুইশলা এডাল জ্বলাই দিলো। হম হমকৈ জুইকুৰা জলি উঠাৰ লগে লগে কেৰাহিখন পানীৰে অখালি চৌকাটোৰ ওপৰত তুলি দিলো। দুঘটি পানী কেৰাহিত ঢালি দি চাউলখিনি বাচিবলৈ লাগিলো। এনেতে বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ শুনি চাবলৈ ওলাই আহিয়েই চক্ খাই উঠিলো। দেখিলো তুলসী। মোৰ ভয় লাগিল। তাতে মাত এষাৰো নিদিয়াকৈ মোৰ শোৱা কোঠাটোত সোমোৱাত খঙো উঠিল।

খং দমাব নোৱাৰি তাইক ধমকি দিলো—"ঐ ইয়াত মাইকী মানুহ নেথাকে বুলি জাননে নেজান?" তাই একো উত্তৰ নিদি টেবুলখনৰ ওপৰতে হাত এখন থৈ নাচৰ ভঙ্গি কৰি হাঁহি দিলে। এই ব্যৱহাৰত মোৰ খঙৰ মাত্ৰা চৰিল। মনে মনে এটা কৌতুহলো হ'ল। তাই এনেকৈ অহাৰ কাৰণ কি? হঠাত মোৰ দুৰ্যোধনলৈ মনত পৰিল। লগে লগে ভয় আৰু খঙত অধীৰ হৈ তাইক ক'লো—

"তুলসী ঘৰলৈ যাগৈ। দুৰ্যোধনে দেখিলে মৰিয়াই মাৰিব।"

কথাষাৰ শুনি তাই আকৌ হাঁহি দিলে। এইবাৰ মোৰ অসহ্য হ'ল। এনেকুৱা লাগিল যেন তাইক ঘৰৰ পৰা উলিয়াই দিম। কিবা এটা ক'ম বুলি ভাবোতেই তাই ক'লে—

"মাষ্টৰ ককাইদেউ, অপুনি মোক ঘিণ কৰিছে?" প্ৰশ্নটো শুনি তাইৰ মুখলৈ চালো। তাইৰ চকু পানী ওলাওঁ ওলাওঁ। তাইৰ চকু দুটালৈ চাই মোৰ তাইক গালি পাৰিবলৈ সাহ নহল। আৰু এষাৰ কথা টানকৈ ক'লেই হয়তো তাই কান্দি পেলাব। তাইক মই একো নকলো। তাই থিয় হৈ থাকিল। মই ভাতৰ চৰুলৈ গলো। সৰু চৰিয়া এটাত চাউল ধুবলৈ ধৰিলো। এনেতে তাই শোৱা কোঠাটোৰ পৰাই মাত লগালে—

"মাষ্টৰ ককাইদেউ আপোনাৰ বিচনাত বহিব পাৰোনে?" মোৰ বিচনাত? তাই বহিব?—ওহো, হ'ব নোৱাৰে। মই তাইক একো

উত্তৰ দিব নোৱাৰিলো, ভয়তে মোৰ গোটেই গা কঁপি উঠিল। মোৰ উত্তৰ নেপাই তাই আকৌ ক'লে—

"মাষ্টৰ ককাইদেউ। যদি মই কিবা দোষ কৰিছো—শাস্তি নিদিয়ে কিয় ?"

তাইৰ কথা শুনি মোৰ গোটেই গাটো পুৰিবলৈ ধৰিলে। ইমান বদমাচী ছোৱালী! পৰা হলে চুচৰমান দিলোহেঁতেন। দাঁত কেইটা কামুৰি আকৌ চাউলখিনি ধুবলৈ লাগিলো। মোৰ পৰা একো উত্তৰ নেপাই তাই আকৌ ক'লে—

"কি বান্ধিছে বাৰু কওকচোন ?"

কথাষাৰ শুনি খঙৰ ভমকত চাউলখিনি ধোৱা পানীবোৰৰ সৈতে খকৰ মকৰকৈ কেৰাহিখনত ঢালি দিলো। ইতিমধ্যে জুইকুৰা অলপ নুমাই গৈছিল। ওচৰতে পৰি থকা বাঁহৰ চুঙাটো আনি জুইকুৰা ফুৱাই দিলো। চুঙাটো বেৰখনত আওঁজাই থৈ ঘুৰি চাই দেখো—তাই আহি মোৰ ওচৰতে বহিছে! মই ঘুৰি চোৱাৰ লগে লগে তাই থিয় হ'ল। মই উপায়হীন হৈ নম্ৰভাৱে তাইক বুজাই কলো—

"তুলসী তই যাগৈ। ইয়াত কোনোবাই দেখিলে দুয়োৰে বদনাম হব।"

"মই বাৰু যামগৈ, মোক এটা অনুমতি দিবনে ?"

যদি কিবা এটা অনুমতি দিলেই গুলাই যায় তেনেহলে তাত মান্তি হোৱাই ভাল যেন দেখি কলো—

"দিব পৰা যেন হলে—দিম বাৰু।"

"আপোনাৰ বিচনাখনত মই বহিব খুজিছো।"

"তই পাগলী নেকি—অ' তুলসী। মোৰ বিচনাখনত বহিবলৈনো তোৰ ইমান হেপাহ কিয় ?"

"এনেয়ে..."

তাইৰ কথাবোৰ বলিয়ালি যেন লাগিল। কৌতুহলো হ'ল



অলপ। গতিকে তাইনো কি কৰে চাবলৈ বুলি ক'লো—"বহ বাৰু"

কথাষাৰ শুনি তাই শোৱা কোঠাটোলৈ সোমাই গ'ল। মই ভাতৰ চৰুৰ পৰাই দুটামান মুহূৰ্ত্তৰ পিছত তাইক ক'লো।

"তুলসী এতিয়া যাগৈ"

"নহয় ককাইদেউ, ইয়াত বহি মোৰ ভাল লাগিছে।"

"কিয় ?"

"কাৰণ এতিয়া মোৰ এনে লাগিছে যেন আপুনি মোক সচাকৈয়ে ঘিণ নকৰে।"

তাইৰ কথাকেইষাৰ শুনি এবাৰ তলকা মাৰি ভাবি চালো। ভাবিলো—মইতো তাইক ঘিণ নকৰা নহয়। তাইক মই বিচনাখনত বহিবলৈ দিছিলো—তাইনো কি কৰে চাবলৈ। কিন্তু তাই ভাবি ল'লে—তাইৰ প্ৰতি মোৰ ঘৃণা নাই। তাই ভুল বুজিছে। নাই ভুল শুদ্ধ ভাবিবৰ সময় নহয়। তাইক গুলাই যাবলৈ ক'বই লাগিব। নহ'লে—কোনোবা যদি আহে—

"তুলসী, এতিয়া যাগৈ তই।"—এই বুলি আলুগুটি দুটা ধুই ভাতত পেলাই দি শোৱা কোঠাটোলৈ সোমাই আহিয়েই দেখো তাই বিচনাখনত দীঘল দি পৰি আছে। মই কোঠাটোত সোমোৱাৰ লগে লগে তাই বিচনাৰ পৰা নামি আহি মোৰ মুখামুখি হৈ কলে—

"ককাইদেউ, এটা বস্তু দিব ?"

"কি ?"

"টকা দুটা"

"কেলৈ" ?

"দুৰ্যোধন ককাইদেউৰ বেমাৰ হোৱাত এই কেইদিন দোকান বন্ধ আছিল নহয়—এসাজৰ চাউল কিনিবলৈও ফুটা কড়ি এটা নোহোৱা হ'ল।"

কথাষাৰ কৈ তাই তলমূৰ কৰিলে। মই একো নকৈ গজাল

এটাত আঁৰি থোৱা চোলাটোৰ জেপ খুচৰিলোগৈ। তাত মাত্ৰ সিকি তিনিটাহে পালো। পয়চা বাৰ অনাৰে চাউলকে কিনিব নে লোন—তেলকে কিনিব! নহয়, সিকি তিনিটাও নিয়ক, লগতে চাউল কঠাচেৰেক আছে খৰাহিটোত—তাকো টোপোলা বান্ধি দিওঁ—লৈ যাওক। এইবুলি চাউলখিনি গামোছা এখনত বান্ধিবলৈ ধৰিলো। তাই এইবাৰ পাকঘৰলৈ সোমাই আহি মোক চাউল খিনিৰ টোঁপোলা বন্ধা দেখি ক'লে—

"ককাইদেউ চাউলখিনি নেলাগে। আপুনি কি খাব ?"

'নহয় অ' তুলসী, ঘৰৰ পৰা দদায়ে চাউল আনিব নহয়"

"যদি নানে ?"

"তেতিয়া কিবা এটা কৰিম দেচোন।"

"নহয় ককাইদেউ মোক চাউল নালাগে—যাওঁ।"

এই বুলি তাই খোজ এটা আগবঢ়াওঁতেই পাছফালৰ পৰা হাতখনত ধৰি ৰখাই দিলো। তাইৰ চকুৰ পৰা দুটোপালমান চকুপানী সৰি পৰিছিল। কন্দনামুৱা হৈ তাই কলে—

'ককাইদেউ আমি আৰু এনেকৈ কিমান দিন জীয়াই থাকিম ?"

তাইৰ কথাৰ কিনো উত্তৰ দিওঁ! একো নকৈ তাইৰ হাতত সিকি তিনিটা দি ক'লো—

"তুলসী চাউল খিনিও লৈ যা, গামোছাখন পাছত দি পঠাবি।"

হাতৰ মুঠিত সিকি তিনিটা লৈ তাই মোৰ ফালে চালে। তাইৰ চকুপানীবোৰ তেতিয়া শুকাই গৈছিল। চকু দুটা স্থিৰ—যেন কিবা এটা মীমাংসাত উপনীত হৈছে! ক্ষন্তেক মোলৈ চাই তাই শোৱা কোঠাটোলৈ সোমাই গ'ল। মই তাই ওলাই যাব বুলি ভাবি চিঞৰি ক'লো "ৰবি তুলসী চাউল খিনি লৈ যা।"

মোলৈ চকু নিদি শোৱা কোঠাটোত সোমায়েই তাই ভিতৰৰ পৰা দুৱাৰখন ভালকৈ জপাই পেলালে। তাৰ পাছত খিৰিকিখনো



বন্ধ কৰি দিলে। মই অবাক হৈ তাইৰ গতিবিধি লক্ষ্য কৰিলো। ইতিমধ্যে তাই একে চোচাই মোক অসাৱধান অৱস্থাতেই সাৰটি ধৰিলেহি। তাইক মই জোৰেৰে আছাৰ মাৰি দিলো। তাই অলপ দূৰত মাটিত লুটি খাই পৰিল। মাটিৰ পৰা গাটো পোনাই লৈ মোৰ ফালে কেৰাহিকৈ চাই ক'লে—

"ককাইদেউ মোক ভিক্ষা নেলাগে। আপোনাৰ পইচা আৰু চাউলৰ মূল্য—এইয়া লওক—এইয়া মোৰ গাটো।"

"তুলসী আকৌ বলিয়ালি আৰম্ভ কৰিছ ?"

"বলিয়ালি নহয় ককাইদেউ। যি কৰিছো ঠিকেই কৰিছো। এদিন পেটৰ পোৱণিত সহায় ভিক্ষা কৰি অতনু বাবুৰ কাষ চাপোতে মোক বলাৎকাৰ কৰিছিল। আজি এমুঠি অন্ন বিচাৰি আপোনাক মই বলাৎকাৰ কৰিছো। মোক ঘিণ কৰিছে ?"—এইবুলি মাটিত পৰি থকা দীঘল কটাৰীখন তুলি লৈ মোৰ হাতলৈ আগবঢ়াই দি তাই চিঞৰি উঠিল—

"তেনেহলে মোক কাটি পেলাওক ককাইদেউ—আপোনাৰ পুণ্য হব। এজনী বেশ্যাক কাটি পেলালে আপোনাৰ পাপ নহয়—ককাইদেউ মোক কাটি পেলাওক! চিঞৰি চিঞৰি কান্দি তাই মাটিত বাগৰি পৰিল। কেইটামান মুহূৰ্ত্ত নাটকীয় বিহ্বলতাৰে তাইলৈ চাই থকাৰ পাছত মোৰ মনটো সেমেকি উঠিল। তাইলৈ মোৰ মৰম ওপজিল।

মাটিত পৰি থকা তুলসীজনীক মই থিয় কৰাই দিলো বাহু দুটাত ধৰি। তাইৰ গালত লাগি থকা চকুপানীবোৰ অজান আকুলতাৰে মই মোহাৰি দিলো। তাইক সেই বাউলী ৰূপত মোৰ খুউব ধুনীয়া লাগিল। তাইৰ লগত অতনু চৌধুৰীৰ অবৈধ আচৰণৰ কথা মই পাহৰি পেলালো। তাই মোৰ চকুৰ আগত এজনী পৰিমল নাৰী, এপাহ প্ৰশান্ত পদুম ফুলৰ দৰে জিলিকি উঠিল। আল্‌ফুল্‌কৈ তাইক সাৰটি ধৰি ক'লো—

"তুলসী তোক মই……

কথাষাৰ সম্পূৰ্ণকৈ মই ক'ব নোৱাৰিলো। তাই চাউলৰ টোপোলাটো লৈ আতৰি গ'ল।

তাই মোৰ ঘৰটোৰ পৰা আতৰি যোৱাৰ পাছত গোটেই দিনটো তাইৰ কথাকেই ভাবিলো।

সন্ধিয়া তাই নিজে গামোছাখন দিবলৈ আহিছিল। নিজঞ্জাল ঘৰটোত তাই সোমোৱা লগে লগে তাইক মোৰ আধাকোৱা কথাষাৰ কৈ দিবৰ মন গ'ল। তাইৰ ওচৰ চাপি একেবাৰে মুখামুখি হৈ পৰিলো। তেতিয়া কিবা এটা কব নোৱাৰা আকৰ্ষণত তাইক মই আকোৱালি ল'লো। তাইক মই ক'ব খুজিছিলো—"তুলসী তোক মই…" কিন্তু নোৱাৰিলো। কথাষাৰ অসম্পূৰ্ণ হৈয়ে ৰ'ল। তাই হয়তো ভাবি লৈছিল মইয়ো তাইক অতনু চৌধুৰীৰ দৰেই বিচাৰিছো। একো প্ৰতিবাদ নকৰি মোৰ হাতৰ ঢিলা বান্ধোনৰ পৰা আতৰি গৈ তাই বিচনাখনত দীঘল দি পৰিল। ইচ্ছাকৃত ভাৱেই যেন তাইৰ গাৰ কাপোৰবোৰ অসাৱধান হৈ পৰিল। চুম্বকৰ আকৰ্ষণৰ দৰেই মই তাইৰ কাষ চাপি গলো। দুৱাৰ খিৰিকিবোৰ বন্ধ কৰি দিলো। উত্তেজনাৰ মুহূৰ্ত্তত মোৰ হেৰাই গ'ল—বিবেচনা, বুদ্ধি, সকলো।

কেইটামান মুহূৰ্ত্তৰ পিছত স্বাভাৱিক অৱস্থালৈ উলটি আহি বিচনা খনৰ দুয়ো মূৰে দুয়ো বহিলো। খন্তেক সময় নিমাতে গ'ল। এবাৰ মাজতে তাইলৈ মই চাইছিলো। তায়ো খুউব মগ্নভাৱে মোলৈ চাইছিল। আকৌ মই তাইৰ কাষ চাপি গ'লো। তাইৰ কোমল আঙুলিবোৰ লিৰিকি বিদাৰি কবলৈ চেষ্টা কৰিলো—"তুলসী তোক মই মানে…"

এইবাৰো পূৰাকৈ কোৱা ন'হল। তাই একো নকৈ কোঠাটোৰ পৰা দুৱাৰখন খুলি ওলাই গ'ল।

* * *

তাৰ পাছত বহুতো দিন তুলসীক মই লগ পোৱা নাই। আগেয়ে



তাই পুৱা গধূলি মোৰ ঘৰটোৰ পাছফালে থকা পুখুৰীটোৰ পৰা পানী নিবলৈ আহে। কিন্তু সেই দিন ধৰি তাইক পানী নিবলৈ অহা দেখা নাই। তাই কিজানি মই স্কুললৈ গলে দুপৰীয়া পানী নিয়েহি—এই বুলি দুদিন মান স্কুল খতি কৰি আকুলভাৱে তাইক লগ পাবলৈ বাট চাইছিলো। কিন্তু তাই নাহিল।

আগেয়ে মই চক বজাৰৰ হিমকান্তহঁতৰ দোকানৰ পৰা লোণ তেল আনিছিলো। এতিয়া কিন্তু দুৰ্যোধনৰ দোকানৰ পৰা কিনিবলৈ ধৰিলো। দুৰ্যোধনৰ দোকানলৈ গ'লে ইকবাৰ বেৰখনৰ ফাঁকেদি তাইক কেনেবাকৈ দেখো বুলি জুমি চাও। তথাপি তাইক ইমানদিনে লগ পোৱা নাই।

পৰহি তাকে ভাবিছিলো—তাইৰ কি হ'ল। তাই নাই নেকি ইয়াত? গাঁৱলৈ গ'লনেকি? সন্ধিয়া চোতালতে চকিখনত বহি তাকেই গুনাগঁথা কৰি আছিলো। এনেতে আহিল অতনু চৌধুৰী। তেওঁ নঙলামুখৰ পৰাই মাত দিলে—

"কিহে যদু কি ভাবিছা?"

"অ অতনু ককাইদেউ। আহক আহক। এনেয়ে জিৰাইছো অকমান"—এই বুলি থিয় হৈ মোৰ চকি খনকে তেওঁক বহিবলৈ আগবঢ়াই দিলো। অতনু চৌধুৰীয়ে চকিখনত বহিবলৈ অকনো মন নকৰাকৈ জেপৰ পৰা চুৰটৰ বাহটো উলিয়াই তাৰে এটা জ্বলাই লৈ মোৰ ফালে চালে। চাৰনিটো মোৰ চকুত পৰাত অনুভৱ হ'ল যেন তেওঁৰ চকু দুটাই কিবা এটা বিশেষ কথাৰ জাননীহে দিছে। মুখৰ ধোঁৱাবোৰ উৰুৱাই দি চৌধুৰীয়ে কলে—

"কালিহে গম পালো—মোৰ আগত সন্যাসী বোলাই— তলে তলে চব ঠিকেই ৰাখিছা তুমিও"। কথাষাৰ কৈ তেওঁ মিচিককৈ হাঁহি দিলে। তেওঁৰ কথাষাৰ আৰু হাঁহিটোৱে মোৰ মনত বাৰুকৈয়ে খুন্দা মাৰিলে। তথাপি সহজভাৱে তেওঁক ক'লো "জানো ককাইদেৱে কি কৈছে মই হলে বুজাই নাই।" "নাই, নাই, বুজিবা কিয়?

মোকতো বেচ চালাকী কৰি তুলসীৰ পৰা আতৰ কৰিলা। পিছে ঔষধ পাতি বিচাৰিছানে নাই ?”

ঔষধপাতি! শব্দ দুটা শুনি মোৰ গাটো জিকাৰ খাই উঠিল। দুবাৰমান সেপ গিলি আকৌ ক'লো—“ক'তা, মোৰতো একো অসুখ-বিসুখ হোৱা নাই—ককাইদেউ।”

“কিয় তুলসীৰ ?” এই বুলি কথাটো শেষ নকৰি চৌধুৰীয়ে আকৌ ক'লে—

“বাৰু যাওক সেইবোৰ। পিছে কিবা এটা সোনকালেই কৰা। অহুকানে পহুকানে কথাটো বাগৰি ইতিমধ্যে বি-বিয়নি হৈছেই, সোনকালে কিবা এটা নকৰিলে—দুৰ্যোধনে তোমাক সুদাই নেৰিব। ভাবি চোৱা যদু। মই যাওঁ।”

কথাকেইষাৰ কৈ অতনু চৌধুৰী গহীন খোজেৰে ওলাই গ'ল। মই বজ্ৰপাত পৰা মানুহৰ দৰে খন্তেক থিয় হৈ থাকিলো।

তেতিয়া এন্ধাৰ ঘন হৈ আহিছিল। নগৰৰ গাতে গা লাগি থকা পিতনিখনৰ পৰা শিয়ালবোৰে চিঞৰিবলৈ ধৰিছিল। লগে লগে কিছুমান ভতুৱা কুকুৰে ঘৰৰ বৰমতাৰ দৰে ভৌ ভৌ কৰি প্ৰত্যুত্তৰ দিলে। বহুদিন ধৰি জ্বৰত ভোগা মানুহৰ দৰে থৰক্ বৰক্কৈ গৈ বিচনাখনত ঢলি পৰিলো। বাহিৰৰ পৰা ফেৰ ফেৰীয়া বতাহ এজাক আহি ভিতৰ সোমাল। চালৰ এলান্ধুবোৰ বতাহৰ কোব লাগি—বিচনাখনত সৰি পৰিল। ভয়ানক অপৰাধৰ দুৰ্ব্বলতাত লেওসেও হৈ বিচনাত ঢলি পৰিলো।

ৰাতিপুৱা শুই উঠিয়েই সিদ্ধান্ত কৰি পেলালো—দুৰ্যোধনক মই গৈ নিজে সকলো কথা কৈ দিম। ক'ম—ভাই দুৰ্যোধন তই যিহকে নাভাব লাগিলে—তুলসীক মই নষ্ট কৰা নাই, বৰং তাইক মই···উঃ নোৱাৰো, তাক মই এইষাৰ কথা কেনেকৈ কম !

আধাপগলাৰ দৰে গৈ কালি ৰাতিপুৱা যেতিয়া দুৰ্যোধনৰ দোকান পালোগৈ তেতিয়া ভিতৰৰ পৰা প্ৰায় দুমাহৰ মুৰত তাই যিটোহে



গল খেকাৰি মাৰিলে, মোৰ মনৰ সকলো শক্তি হেৰাই গ'ল। কোনো মতে ডাইল এপোৱা মোনাটোত ভৰাই লৈ ভয়ে ভয়ে তাৰপৰা ওলাই আহিলো।

আজিও গোটেই দিনটো ভয়ে ভয়ে কটাইছো। কোন মুহূৰ্ত্তত দুৰ্যোধন আহে ঠিক নাই। হয়তো এতিয়াই সি আহিব। সি আহিলেতো সুদা হাতেৰে নাহে। দাখন বা টাঙোন এডাল লৈহে আহিব। পলাই যাওঁ নেকি ? পলাই গলেনো স্কুলখন এৰি বাচি থাকো কেনেকৈ ? স্কুলখন এৰি গলে ঘৰখন পোহপাল দিব কোনে ?

কথাবোৰ ভাবি ভাবি মোৰ মূৰটো গৰম হৈ উঠিছে। এতিয়া ৰান্ধনী বেলিটো ডুবিছে। চৰাই চিৰিকতিবোৰ এতিয়া নিজ নিজ বাহলৈ উভতিছে। মানুহবোৰে অকণমান শান্তিৰ বাবে নিজান ঠাই বিচাৰি ওলাইছে।

মোৰ মূৰটো গৰম হৈ পৰিছে। বুকুখন ঢপ্ঢপাবলৈ ধৰিছে। দুৰ্যোধনৰ মুখখন বাৰে বাৰে চকুৰ আগত জিলিকিবলৈ ধৰিছে। হে ভগবান, কি কৰো মই ! মোৰ উপায় কি এতিয়া ?

* * *

“মাষ্টৰ ককাই দেউ !”

মাতষাৰ শুনি বিচনা খনৰ পৰা উঠি বহিলো। লেম্পটোৰ ফিতা ডাল কমাই দি কোনেনো মাতিছে জানিবলৈ চেষ্টা কৰিলো। “মাষ্টৰ ককাইদেউ নাই নেকি ?”

অঁ—এইযাৰ মাত দুৰ্যোধনৰেই। বুকুখনত মোৰ ঢপ্ঢপনি উঠিল। সি মোক খাব এতিয়া। মোক এতিয়া সি টুকুৰা টুকুৰ কৰি পেলাব। মৰিলো মই···

কঁপা আঙুলি কেইটাৰে লেম্পটোৰ ফিতাডাল আৰু অলপ কমাই দিবলৈ ধৰোতেই লেম্পটো পিচলি মাটিত পৰিল। লগে লগে থুন্ থান্ শব্দ হ'ল। চিম্‌নিটো ভাঙি কিজানি টুকুৰা টুকুৰ হ'ল। এখোজ

ছুখোজকৈ আগবাঢ়ি গৈ পাছফালৰ দুৱাৰখন খুলি সেই পিনেই দৌৰি পলাই যাওঁ বুলি ভাবোতেই দুৰ্যোধনে আকৌ মাত দিলে—

"ককাইদেউ দুৱাৰখন খোলকচোন।"

কথাষাৰ শুনি খপ্‌জপ্‌কৈ পাছফালৰ দুৱাৰ খন খোলোতে দাংডাল মাটিত পৰি ঘটংকৈ উঠিল। অস্থিৰ হৈ বাঁহৰ দুৱাৰখন খুলি দিয়াত কেৰ্‌কেৰ্‌কৈ এটা আপদীয়া শব্দ হ'ল। দুৱাৰদলিটো পাৰ হওঁ হওঁ—এনেতে কঠোৰ হাত এখন মোৰ কান্ধত পৰিল। লগে লগে মই অস্থিৰ ভাবে চিঞৰি উঠিলো—"নেমাৰিবি মোক দুৰ্যোধন, তুলসীক মই···" কাকুতি সনা মোৰ কথাষাৰ শেষ নৌ হওঁতেই আন এখন হাত আহি এন্ধাৰতে মোৰ মুখখন চেপি ধৰিলে। মৃত্যুৰ মুহূৰ্ত্ত গণি মনে মনে মই ভগবানক খাটি থাকোতেই সি মোক ঘৰটোৰ ভিতৰলৈ টানি আনিলে। চুক এটাত সি মোক এৰি দি ক'লে—

"এতিয়া একো নক'ব। বিচনাৰ ওপৰতে বহক"—এইবুলি জেপৰ পৰা জুইশলাৰ বাহটো উলিয়াই শলা এডাল জ্বলাই দিলে। শলাডালৰ পোহৰত তালৈ চাই দেখিলো তাৰ হাতত দা টাঙোন একো নাই। পলাবলৈ চেষ্টা নকৰি বিপদত বিবুদ্ধি হোৱা মানুহৰ দৰে কঁপি কঁপি একে ঠাইতে ৰৈ থাকিলো। সি লেম্পটো দাঙি ফিতাডাল জ্বলাই দিলে। কোঠাটো পোহৰ হ'লত সি ভাঙি যোৱা চিমনিটোৰ টুকুৰা বোৰ গোটাই চুক এটাত থৈ দিলে। তাৰ পাছত সি মোৰ ফালে চাই শান্ত ভাবে ক'লে—

"মাষ্টৰ ককাইদেউ, আপোনাৰ কি হৈছে?—বহক, বহকচোন" এইবুলি সি মোলৈ চকিখন আগবঢ়াই দিলে।

ভয়ত থৰকাছুটি হেৰুৱাৰ পাছত মোৰ গাটো অৱস হৈ পৰিছিল। কঁপা কঁপা ভৰি দুখনেৰে আগুৱাই গৈ চকিখনত মই নিঃশব্দে বহি পৰিলো। চকি খনত বহাৰ পিছতো মোৰ মনটো অথিৰ হৈয়ে আছিল। এইকণ সময়তে দুৰ্যোধন আহি মাটিতে লেপেতা কাঢ়ি



মোৰ সমুখতে বহিল। সি চোলাটোৰ ভিতৰৰ পৰাই বিড়ী এটা উলিয়াই জ্বলাই ল'লে। দুটামান দীঘলকৈ হোপা মাৰি মোৰ ফালে শান্তভাবে চাই ক'লে—

"কাকাইদেউ, মোলৈ বাৰু আপুনি ইমান ভয় কৰিছিল কিয়?" তাৰ প্ৰশ্নটো শুনিও উদ্বিগ্ন নহৈ মই কেৱল হাত দুখনেৰে নিজৰ মুখখন ঢাকি ধৰিলো। মোৰ এটা গোপন ৰূপ দুৰ্যোধনে আজি নিজ চকুৰে দেখিলে। যি দুৰ্যোধনে এসময়ত মোক সন্মান কৰিছিল, মাষ্টৰ বুলি গুৰুত্ব দিছিল সেই দুৰ্যোধনেই আজি বুজি পালে মই কি কৰিব পাৰো, মাষ্টৰ হৈও মই কেনেকৈ বনৰ পশুৰ দৰে হিতাহিত জ্ঞানশূন্য হব পাৰো, ছিঃ ছিঃ—

ভয়ৰ পৰিবৰ্ত্তে লাজে মোক পেপুৱা কৰি তুলিলে। তাৰ কথাষাৰৰ উত্তৰ দিবলৈ মোৰ মনৰ সকলো শক্তি লোপ পালে। মোৰ পৰা কোনো উত্তৰ নাপাই সি আকৌ ক'লে—

"ককাইদেউ, আপুনি তুলসীক—ভালেই কৰিলে।" এই বুলি সি এটা হুমুনিয়াহ পেলালে। তাৰ পাচত আকৌ বিড়ীটোত হোপা এটা মাৰি সি ক'লে—

"জানে ককাইদেউ, তাইক মই ৰতিকান্তক গটাই দিম বুলি গাৱঁৰ ঘৰৰ পৰা আনিছিলো। ৰতিকান্ত একে গাৱঁৰ লৰা, পি, ডব্লিউ, ডিৰ ঠিকাদাৰৰ তলত দিন হাজিৰা মাৰে, দুপইচামান পায় হ'বলা। দেখা শুনায়ো বেয়া নহয়। কলাফুলত বল থকা হেন দেখি এদিন তাক ক'লো—আমাৰ তুলসীজনীকেই নি ঘৰ খন পাত। সিয়ো মত দিলে। গাৱঁত বিয়াখন পাতিবলৈ গ'লে সকলো গঞাক সোধোতেই ধাৰত পোত খাব লাগিব। কৰনো বোপায়ে সাঁচি থোৱা বৰপেৰাটো আছে! বোলো নগৰতেই নিয়মটো কৰি সিহঁতক জোৰা লগাই দিওঁ। পিছে, জানেই ৰিক্সা টনাটো কিমান কষ্টৰ কথা। ৰিক্সা টানোতে টানোতেই হবলা গোটেই গাটোত বিষ হল। ডাক্তৰে বাত বেমাৰ বুলি ক'লে। সেইদেখি এদিন ৰিক্সাখন অতনু বাবুক

গটাই দি ক'লো—মালিক, নোৱাৰো আৰু। গাটো তেনেই নষ্ট হল। কথাষাৰ শুনি অতনু বাবুৱে ক'লে—"ভনীয়েৰজনীক লৈনো আৰু যাবি ক'লৈ—মোৰ নতুন চুবুৰীৰ মাটি ডোখৰতেই সৰু ঘৰ এটা আছে—তাতেই দুদিনমান থাক। সৰুকৈ দোকান এখনকে দেচোন। প্ৰথমতে যি পইচাপাতি লাগে ময়েই দিম।" অতনুবাবুৰ পৰামৰ্শ-মতেই ইয়াত থাকিবলৈ ল'লো। দোকানখনো বহুৱালো।

কথাখিনি কৈ সি তলকা মাৰি থাকিল। মই ইতিমধ্যে স্বাভাবিক অৱস্থালৈ ঘুৰি আহিছিলো। তাৰ কথাবোৰ খুব সাৱধানে শুনি আছিলো। কথাখিনি কৈ সি যিদৰে বহি থাকিল তাৰপৰা মোৰ অনুমান হল যেন তাৰ আৰু বহুতো কথা কবলৈ আছে। সচাকৈয়ে সি আকৌ আৰম্ভ কৰিলে—

"পিছে ককাইদেউ, দোকানৰ গ্ৰাহকো যিবোৰ হল সিহঁতো মোৰ নিচিনাই। নিতৌ বাকী চলিলে দোকানখন টিকে কেনেকৈ? দোকাখন নামতহে ৰ'ল। আপুনি যায়, ৰতন মহৰী আহে, ভোলা কেৰেনী আহে—এইদৰে দুজনমানে নগদ দিয়ে বুলিয়েই যেনিবা দোকাখনৰ নামটো ৰৈ আছে। এদিন গাৱঁৰ পৰা মোমাইএ আহি ক'লেহি—আইৰ নৰীয়া, যোৱা থকাৰ সন্ধিক্ষণ। খবৰটো পাই ভাবিলো—পাৰিলে ডাক্তৰ এজনকে লৈ যাওঁ। তুলসীকো ক'লো—"হেৰ' আয়েৰৰ বেমাৰ, যায় নে থাকে বোলে ধৰাই টান হৈছে। ঘৰলৈ নেযাৱনে?" তাই কথাষাৰ শুনি কান্দি কাটি বাউলী হল। ইপিনে ডাক্তৰ এজনক নিবলৈ পইচা বিচাৰি চাওঁ—উদং। ভাবি চিন্তি বিমোৰ হলো। উপায়হীন হৈ ৰতিকান্তক বিচাৰি গ'লো। কথাষাৰ কোৱাৰ লগে লগেই ৰতিকান্তই যিষাৰ উত্তৰ দিলে—মোৰ মূৰটো ঘুৰাই গ'ল। তাক ধৰি তেতিয়াই শেষ কৰি পেলাবৰ মন গৈছিল। খঙত অস্থিৰ হৈ ঘৰলৈ যেতিয়া ঘুৰি আহো, তুলসীক ঘৰত নেপাই মোৰ সঁচাকৈয়ে সন্দেহ হ'ল। ৰতিকান্তই কৈছিল—"যা যা দুৰ্যোধন কাই, অতনু বাবুৰ ওচৰলৈ যা—কেনৈ, তুলসীক জানো তেওঁ



টকা পইচা নিদিয়ে?" ৰতিকান্তৰ কথাষাৰ বাৰে বাৰে মোৰ মনত খেলাবলৈ ধৰিলে। আধাঘন্টা অধৈৰ্য্য হৈ কটোৱাৰ পাচত তুলসী ঘুৰি আহিল। তাই আহি দুৱাৰদলিত ভৰি দিয়াৰ লগে লগেই তাইক সুধিলো—"কলৈ গৈছিলি?" মোৰ কথা কোৱাৰ ধৰণটো দেখি তাইৰ মুখখন বগা হৈ পৰিল। তাইৰ পৰা একো উত্তৰ নেপাই আকৌ তাইক ধমকি দি সুধিলো—"ঐ নকৰ কেনৈ ক'লৈ গৈছিলি?" এইবাৰ তাই অকস্মাৎ "ককাই ঔ মোকনো মাৰি নেপেলাৱ কেনৈ?" বুলি চিঞৰ মাৰি মোৰ ভৰি দুটাত বাগৰি পৰি হুক্‌হুক্‌কৈ কান্দিবলৈ লাগিল। মই তাইৰ হাত দুখন আছাৰ মাৰি আতৰি আহিলো। তাইৰ ওপৰত উঠা খং আৰু নিজৰ ওপৰত হোৱা বিতৃষ্ণাৰে তাইলৈ ঘুৰি চাওঁতেই দেখো তাইৰ ঢিলা হৈ পৰা হাতৰ মুঠিত দহটকীয়া নোট এখন। টকা? এটকা নহয়—দুটকা নহয় দহটাকৈ টকা। অতনুবাবুএ দিছে? ঠিক কৰিলি। মই দিব নোৱাৰো—অতনু বাবুৱে দিছে—ভালেই কৰিছে। আইক বচাব লাগিব। ডাক্তৰক নিবই লাগিব। উঃ মাষ্টৰ ককাইদেউ, মোৰ সেই অৱস্থা আপুনি নেদেখিলে। মই বলীয়া হৈ গৈছিলো। তাইৰ হাতৰ মুঠিৰ পৰা টকা দহটা লৈ মই ডাক্তৰ বিচাৰি দৌৰ মাৰিছিলো। ডাক্তৰে কি ক'লে জানে? টকা দহটাত কোন ডাক্তৰ গাৱঁলৈ যাব? অন্ততঃ ডেৰকুৰি টকা দিব নোৱাৰিলে কোনো ডাক্তৰ গাৱঁলৈ নেযায়। গাৱঁলীয়া আলিত চাইকেল নচলে। মটৰ ভাড়া কৰিব লাগিব। হতাশ হৈ ঘৰলৈ উভতি আহি দেখো তুলসী বিচনাত পৰি আছে। তাই মোৰ ভৰিৰ শব্দ শুনি চিঞৰি উঠিল—ককাই ডাক্তৰ পালিনে? যাবনে নেযায়? নকৰ কিয়? তাইৰ চিঞৰ শুনি মোৰ বুকুখন ফাটি যাব খুজিছিল। কেচুৱা লৰাৰ দৰে হুক্‌হুক্‌কৈ কান্দি ময়ো বিচনাখনত বাগৰি পৰিলো।"

ভাগৰত নিশ্বাস পেলাই সি হঠাৎ ৰৈ যোৱাত মোৰ মনৰ উৎকণ্ঠা বাঢ়ি গল। সেইদেখি তাক মই নুসুধি নোৱাৰিলো।

"দুৰ্যোধন, বৈ গলি কিয়, তাৰ পিছত কি হ'ল ক।"

"তাৰ পিছত? অঁ—তাৰ পিছত সন্ধিয়া পঢ়ুলিমুখত এখন মটৰ ৰোৱা যেন গম পাই বিচনাৰ পৰা উঠি আহিলো। বাহিৰৰ পিৰালি-টোত ভৰি দিওঁতেই মটৰৰ ভিতৰৰ পৰাই অতনুবাবুএ ক'লে—দুৰ্যোধন চাকি জ্বলোৱা নাই যে—কিবা অসুখ বিসুখ হৈছে নে কি? পইচাপাতি লাগিলে কবি"—এই বুলি তেওঁ মটৰখন চলাই গুছি গল। অতনু বাবুৰ কথা কেইষাৰ শুনি মোৰ গাটো জিকাৰ খাই উঠিল। এদিন বিপদত পৰোতে মাটিত দোকান সাজি থাকিবলৈ দিয়াৰ উদ্দেশ্যৰ মূলত যে তুলসীয়ে আছিল সেই কথা স্পষ্ট হৈ পৰিল। অনুতাপ হল, তাই মোৰ ভনী হৈ ইমান তললৈ যাবে পাৰে।

দুপৰীয়া টকাকেইটা পাই আইৰ কথা ভাবি তাইৰ দোষ পাহৰি বলৈ যত্ন কৰিছিলো। কিন্তু অতনুবাবুৱে ইমান পোনপটীয়াকৈ ইঙ্গিত দিয়াত মোৰ গাটো পুৰিবলৈ ধৰিলে। ভাবিলো তাইক এতিয়াই কাটি টুকুৰা টুকুৰ কৰি পেলাম। ময়ো ডিঙিত ঘাপ দি মৰিম। এনেকৈ বাচি থকাৰ কোনো লাভ নাই। এনেকৈ বাচি থাকিবলৈ আই বোপায়ে জন্ম দিয়া নাছিল। খঙৰ ভমকত একেকোবে ভিতৰ সোমাই দাখন বিচাৰি আনিলো। সোঁ হাতৰ মুঠিৰে দাখন টানকৈ ধৰি তাইৰ বিচনা খনৰ পিনে আগবাঢ়ি গ'লো। মই যোৱাৰ গম পাই তাই বিচনাত পৰি থকা অৱস্থাতে চকু মেলি চালে। তাই একো কবলৈ নৌ পাওঁতেই শেষ কৰি দিওঁ বুলি দাখন ওপৰলৈ তুলি ঘাপ মাৰিবলৈ ধৰোতে তাই চিঞৰি উঠিল—"ককাই ঐ, কি কৰ ঐ, ককাই।" চিঞৰিবলৈ সুবিধা নিদি বাওঁ হাতেৰে তাইৰ মুখখন হেচি ধৰিলো। লগে লগে আনখন হাত ওপৰলৈ উঠি আহিল। এই ঘাপ দিওঁ দিওঁ—এনেতে কিয় জানো মাষ্টৰ ককাইদেউ মনটো মোৰ হতি গল। অকস্মাতে দেখোন মোৰ মনটো দুৰ্ব্বল হৈ পৰিল। ওপৰলৈ উঠি অহা হাতৰ মুঠিৰ দাখন দূৰলৈ দলিয়াই দি তৎক্ষণাত তাৰ পৰা আতৰি আহিলো। কি কৰো কি



নকৰোকৈ আকৌ বিচনাখনত বাগৰ দি ভাবিবলৈ ধৰিলো—আজি কি কৰিবলৈ ওলাইছিলো। তুলসীক হত্যা কৰাৰে বা যুক্তি আছে ক'ত মোৰ? ডাঙৰ ককায়েকটো হৈ মই ঘৰখন চম্ভালিব পৰা নাই। তাইক এটা মানুহ বিচাৰি উলিয়াই গটাই দিব পৰা নাই। তাইৰ দোষ নাই। যদি তাই অতনুবাবুক দেহটো যাচিছে তেনেহলে তাৰ বাবে তাইৰ পাপ হোৱা নাই—পাপ হৈছে মোৰ। মই অকামিলা। মই বেমাৰী। মই ছালছিগা ভিকহু। কৰক তাই পাপ, যিমান পাপ কৰে কৰক। ভগবানে সেইবোৰ পাপৰ কাৰণে মোকহে শাস্তি দিব। তুলসী তই যাবি—অতনুবাবুৰ ওচৰলৈ যাবি। যিয়ে তোক টকা দিব পাৰে তেওঁৰ ওচৰলৈকে যাবি। তোক মই মুকলি কৰি দিলো।......

শেষৰ শব্দ কেইটা কৈ দুৰ্যোধনে হুক্ হুক্কৈ কান্দি উঠিল। কান্দি কান্দিয়েই—সি মোক ক'লে—

"মাষ্টৰ ককাইদেউ, আপোনাৰ ওচৰলৈও—তাই আহছিল। আপুনি চাউল দিছিল, পইচা দিছিল—তাৰ বিনিময়ে যি পালে সেইবাবে আপোনাক দোষ নিদিওঁ মাষ্টৰ ককাইদেউ। দোষী ময়েই। মই অকামিলা—মই দুখীয়া—"

তাৰ কান্দোন ক্ৰমে কমি আহিছিল। মোৰ অন্তৰখন ছাটিফুটি কৰিছিল। সিহঁতৰ জীৱনৰ এটা ভয়ানক ৰূপ মোৰ চকুত জীৱন্তৰূপে জিলিকি উঠিল। খন্তেকো নোৰোৱাকৈ তাক মোৰ কৈ দিবলৈ মন গৈছিল—দুৰ্যোধন, ভাই মোক আৰু তই নকন্দুৱাবি, তয়ো নেকান্দিবি। তুলসীক মোকেই চিৰদিনৰ কাৰণে গটাই দে। তুলসীক মই, তুলসীক মই···মানে ভাল পাইছো অ'।

---

## অৰণ্য হে অৰণ্য

যিষাৰ কথা মালিনীক ক'ম বুলি সিদ্ধান্ত কৰি পেলালো সেইষাৰ কথা আজি ক'বই লাগিব। মালিনীক ক'ব লাগিব—আজি ইমানদিনে জেপৰ টকাৰে বজাৰৰ বস্তুৰ দৰে গাভৰু-দেহৰ পুষ্পল বিকাশত মদমত্ত যি কোনো যুৱতীক কিনি পেলাব পাৰিনে নোৱাৰি কেৱল তাৰেই পৰীক্ষা কৰা নাছিলো,—কৰিছিলো মোৰ ডাঙৰ ভনী আইজনীৰ দৰে যি কোনো নিৰ্য্যাতিতা ছোৱালীয়ে আত্মহত্যা কৰিব পাৰেনে নোৱাৰে তাক বুজিবৰ বাবেহে। এনে পৰীক্ষা কৰাৰ অধিকাৰ মোৰ আছে। যোৱা মহাযুদ্ধৰ সময়ত বেপাৰ কৰি আৰু স্বাধীন হোৱাৰ পাছত বজাৰত ভেজাল বস্তুৰ যোগান ধৰি গোটোৱা মোৰ অপাৰ ঐশ্বৰ্য্যই এই অধিকাৰ মোক দিছে। এই অধিকাৰ লৈ মই যিমান শক্তিশালী হৈছো তাৰ তুলনাত এজনী ছোৱালীৰ গাৰ মঙহৰ মূল্য নিচেই তাকৰ।

আজি সন্ধিয়া মালিনী আহিব।

মোৰ কোঠাটোত সোমাই তাই দীঘল দাপোন খনত নিজৰ গাটো আৰু মুখখন মন জুৰাই চুবাবমান চাই ল'ব। তাৰ পাছত পালেংখনত



দীঘল দি পৰিব। অৱশেষত তাই গাৰ পাতল চাদৰখন বুকুৰ পৰা নমাই দিব।··· নাই, নহয়। শংখৰ দৰে বগা, কপাহৰ দৰে কোমল মালিনীৰ নিৰাভৰণ গাটো আজি মই স্পৰ্শ নকৰো। জানো, তাই মোৰ স্পৰ্শকাতৰ হব। মই উপেক্ষা কৰিম। তাইক মই কৈ দিম—মালিনী, তুমি আৰু নেলাগে আহিব। তুমি বুদ্ধিমতী, তুমি সুভদ্ৰাৰ দৰে মোৰ সকলো চেষ্টা নিষ্ফল কৰি তুলিছা। তুমি মোৰ উন্মাদনাৰ সঁহাৰি দি আহিছা সচা, কিন্তু মোৰ মনৰ অকুণ্ঠ হাবিয়াসৰ প্ৰতিবিম্ব তোমাৰ গৰ্ভত ৰূপায়িত কৰিব পৰা নাই। তুমি আইজনীৰ দৰে আত্মহত্যা কৰিবলৈ অক্ষম।

জানো, এইষাৰ কথা মালিনীক কৈ দিলে তাই উচপ খাই উঠিব, মৰ্ম্মাহত হব আৰু তাইৰ মন মোৰ প্ৰতি ঘৃণা-বিদ্বেষেৰে বিদ্ৰোহী হৈ উঠিব। তথাপি উপায় নাই। তাইক মোৰ পৰা আতৰাবই লাগিব। তাই মোক ঘিণ কৰিলেও কৰক। তাইৰ নিচিনাকৈ আগতেও বহুতো গাভৰু, বহুতো বোৱাৰীয়ে মোক ঘিণ কৰি মোৰ সামাজিক সন্মান ক্ষুন্ন কৰিব নোৱাৰিলে। মালিনীয়ে যি মুহূৰ্ত্তত মোৰ এই অসাধাৰণ পাশৱিক উদ্দেশ্য বুজি পাই তীব্ৰ ঘৃণাত ছট্‌ফটাই উঠিব, ঠিক সেই মুহূৰ্ত্ততে যোগানন্দ মাষ্টৰৰ পোন্ধৰ বছৰীয়া কন্যাক চিকাৰ কৰি আনি তাইৰ মঙহ আজুৰিম আৰু যি মুহূৰ্ত্তলৈকে তাই আইজনীৰ দৰে আত্মহত্যা নকৰে সেই মুহূৰ্ত্তলৈকে তাইৰ যৌৱনৰ লগে লগে তাইৰ প্ৰাণ আৰু আত্মাকো এক নিদাৰুন সংঘাতৰ ধুমুহাৰ মাজলৈ বাধ্য কৰাই টানি আনিম।

কিন্তু কিয়?—কিয় এই অমানুষিক পৰিকল্পনা মই কৰিব লাগিছো? ইতো মোৰ নিচা নহয়, ই মোৰ অঙ্গীকাৰ—ই মোৰ জীৱনৰ আঁহে আঁহে আজন্ম ৰুক্ষতাৰ পৰিস্ফুটন।

মোৰ জন্ম হৈছিল এজন কেৰানীৰ ঘৰত।

সময়ৰ সাঁচিপাতত মোৰ দেউতাৰ নাম নাই। এই অনামী ব্যক্তিজন আছিল ভোলাৰাম দত্ত। নহয়, সম্পূৰ্ণ সামন্ত যুগৰ ভোলা

দত্তক অনামী বুলি কোৱাৰ অধিকাৰ মোৰ নাই। কাৰণ ভোলা দত্ত ওৰফে ভোলা কেৰাণী সেই সময়ৰ বৰ আমোলা। এই ভোলা দত্ত বা ভোলা কেৰাণীৰ তেজেৰে জন্ম লৈ আজি মই দোপত দোপে সমাজৰ মূৰত উঠি যে জয় জয় ময় ময় অৱস্থা এটা গঢ়ি তুলিব পাৰিছো এই কথা ভোলা কেৰাণীৰ আজু ককাকহঁতেও চাগৈ কল্পনাকে কৰিব নোৱাৰিছিল। যিয়েই নহওক, মই আজি দত্ত বংশ বুলি যে এটা ক্ষমতাশালী বংশও পৃথিৱীত আছে তাক প্ৰতিপন্ন কৰি ধন্য হৈছো।

পূৰ্ব্বতে আমাৰ ঘৰ আছিল আঁহতবাৰী গাৱঁত। মোৰ গাৱঁৰ চুক ভেকুলী আজুককাহঁতে পঢ়াশুনাৰ কথা দূৰতেই থাকক, নগৰনো কাক বোলে তাকেই নেজানিছিল। কৰবাত অহুকানে পহুকানে 'জিলা' শব্দটো হলে হুশুনাকৈ থকা নাছিল। মোৰ দেউতা ভোলা কেৰাণীৰ বেলিকা এটা ব্যতিক্রম ঘটিল।

এদিন আমাৰ গাৱঁলৈ হেনো এজন হাকিম গৈছিল কিবা চৰকাৰী সকামত। গাৱঁলীয়া বাট-পথুলি, ইপিনে বাৰিষা বতৰ। এআঠুৱা বোকা। হাকিমৰ গাড়ীখন বোকাত লাগি ধৰিল। এনেতে সেই পিনেদি আমাৰ দেউতা গাৱঁৰ এম ভি স্কুলৰ পৰা স্কুল ছুটিৰ পাছত ঘৰলৈ উভতি আহিছিল। বাটত হাকিম দেউতাৰ তেনে দুৰ্দ্দশা দেখি দেউতাৰ বোলে এনেহে ভয় লাগিল যেন বাটটোৰ বোকাবোৰ তেওঁহে হাকিমৰ গাড়ীখন লাগি ধৰিবলৈ পেলাই থৈছিল। এনেয়ে উদ্ভৱ হোৱা এই জগৰীয়া ভাবটো আঁতৰাবলৈ বুলি দেউতাই হাকিম দেউতাৰ ওচৰ চাপি প্ৰণাম জনাই ক'লে—হাকিম দেউতা, ৰ'ব মই মানুহ মাতি আনি গাড়ীখন ঠেলি দিম।

অলপ সময়ৰ ভিতৰত লথৌ কন্তিহঁত গৈ গাড়ীখন ঠেলি কোনো মতে বোকাৰ পৰা উলিয়াই আনিলে। দেউতাৰ এই কামত হাকিম দেউতা মুগ্ধ হ'ল। কোৱা শুনিছো বোলে এইজন হাকিম দেউতায়েই তেতিয়া এম ভি স্কুলত পঢ়ি থকা আমাৰ দেউতাক নগৰলৈ মতাই নি



ইংৰাজী স্কুল এখনত নাম লগাই দিলে। তাতোকৈও আনন্দৰ কথা, দেউতাই এণ্টেন্স পাছ কৰাৰ পিছত হাকিম দেউতাই নিজে দেউতাক জোৰ কৰি কেৰাণীৰ পদত নিযুক্ত কৰি দিলে। কেৰাণীৰ পদত নিযুক্ত হোৱাৰ পিছত দুবছৰ মানলৈকে হবলা দেউতাই ঘোৰাত উঠি চহৰলৈ অহাযোৱা কৰিছিল। লাহে লাহে অলপ অলপকৈ ধন গোটাই চহৰত মাটি অকণ কিনি সৰুকৈ ঘৰ এটা সাজি ল'লে। এই ঘৰতেই দেউতাই জীৱনৰ ঘৰখন পাতিলে। মোৰ জন্ম হ'ল। মোৰ দুজনী ভনী আৰু এটা ভাইবো জন্ম হ'ল।

আমাক জন্ম দি দেউতাই যিটো ঘৰত চকু মুদিলে সেই ঘৰৰ কেচা ভেটি আৰু খেৰী চালৰ পৰিবৰ্ত্তে এতিয়া যিটো আট্টালিকা নিৰ্ম্মিত হ'ল তাৰো এক অমৰণ ইতিহাস আছে। এই ইতিহাস কলঙ্কৰ, এই ইতিহাস জীৱন্ত মৃত্যুৰ। এই ইতিহাস অনুগ্ৰহ, পাপ, আৰু গৌৰবৰ এক উত্তাল সংমিশ্ৰণৰ।

মই যেতিয়া নৱম মানত পঢ়ো আৰু ডাঙৰ ভনীজনী সপ্তম মানত পঢ়ে তেতিয়াই দেউতাই আগৰ খেৰী ঘৰটো ভঙাই এটি সৰুকৈ পকীঘৰ সজাবলৈ যোজা কৰিছিল। নতুন ঘৰটোৰ ভেটিটো নৌ সম্পূৰ্ণ হওঁতেই বহুদিন ধৰি বাযুত ভোগ কৰি থকাৰ পাছত দেউতাই এদিন ইহ জগতৰ পৰা বিদায় ললে। সেই সময়ত আমাৰ আইয়ে ৰামলাল মহাজনৰ তালৈ একোখন চিঠি লিখি মোক পঠিয়াই আছিল। ৰামলাল মহাজনে আইৰ চিঠিবোৰ পঢ়ি একোবাৰ মিচিকিয়াই হাঁহে আৰু মোক কয়—"ঠিক আছে, হৈ যাব বুলি কৈ দিবা মাইজীক"। মইও ঘৰলৈ উভতি আহি আইক কওঁ—"আই মহাজনে হৈ যাব বুলি কৈছে"। ৰামলালে কি হৈ যাব বুলি কৈছে সেই বিষয়ে গমি পিতি চোৱাই নাছিলো। কিন্তু তাৰ দুবছৰৰ ভিতৰতেই দুটা ঘটনা আমাৰ ঘৰত ঘটিল। ঘটনা দুটা ভয়ঙ্কৰ। এই দুটা ঘটনাৰ আগজাননী স্বৰূপে আমাৰ আধাসজা হৈ থকা ঘৰটো সম্পূৰ্ণ হ'ল। সেইদিনা, নতুন ঘৰ লবৰ দিনা আমাৰ ঘৰত নামগোৱা পাতিছিল। মোৰ গাত হুচ নাই।

চহৰৰ চুবুৰীয়া আৰু গাৱঁৰ আত্মীয় স্বজন গোট খাই ঘৰখনত ওলহ মালহৰ সৃষ্টি কৰিছিল। মাত্র এবছৰৰ আগতেহে আমাৰ দেউতাই হাড় পেলাইছিল বুলি এবাৰ সুৰঁ বিবলৈও আমাৰ অৱকাশ নাছিল।

এটা নতুন ঘৰ সাজি লোৱাতকৈ সভ্য জগতত আৰু কি আনন্দৰ কথা থাকিব পাৰে! কিন্তু এটা নতুন ঘৰ সজোৱা হৈ উঠাটো কিছুমান মানুহৰ কাৰণে ভয়ঙ্কৰো হব পাৰে। আমাৰ এই নতুন ঘৰটোৰ প্ৰতি বিন্দুত লাগি থকা ব্যভিচাৰৰ চেকাখিনি এবছৰৰ ভিতৰতেই মূৰ্ত্ত হৈ পৰিল। এদিন ৰাতি আইহঁত শোৱা কোঠাটোত অহৰহভাবে কেঁকনি গেঠনিবোৰ শুনি মোৰ টোপনি ভাঙিল। লৰালৰিকৈ বিচনাৰ পৰা গৈ দুৱাৰমান দুৱাৰখনত ঢকিয়াই দিলো। দুৱাৰ খোল নেখালে। তেতিয়া ভনী জনীক চিঞৰি ক'লো—"আইজনী, কি হৈছে আইৰ?" দুৱাৰখন খোলচোন—খোল।

তথাপি খোল নোখোৱাত খং উঠি দুৱাৰখন মই খুন্দিয়াই দিলো। ইতিমধ্যে আইৰ কেঁকনিবোৰৰ শব্দ কমি আহিছিল। ভিতৰত উস্ আস্—কেইটামান শব্দ তেতিয়াও বিয়পি ফুৰিছিল। মোৰ মনটোত কিবা ছাটিফুটিখন লাগিছিল। শেষত ভনীজনীয়ে দুৱাৰখন খুলি কৈ উঠিল "নাহিবি যা, ভিতৰলৈ নাহিবি, শুই থাকগৈ।" তাইক গটা এটা মাৰি মই ভিতৰ সোমাই একেবাৰে উচপ খাই উঠিলো। কোঠাটোত এটা অস্বাভাৱিক গোন্ধ। আই ক্লান্ত হৈ পৰি আছে আৰু কাষতে আছে এটা কেচুৱা। মোৰ গাটো জিকাৰ খাই উঠিল। কি হ'ল? কি হৈছে এইবোৰ? ক্ষন্তেক সময় হতভম্ব হৈ সেই দৃশ্যটো চাই থকাৰ পাছত কোঠাটোৰ পৰা ওলাই আহিলো। আগ ফালৰ চ'ৰা ঘৰৰ চকি এখনত বহি—এই মাজৰাতি আমাৰ ঘৰত কি ঘটনা ঘটিল এবাৰ ভাবিবলৈ যত্ন কৰিলো। এনেতে ভনীজনীয়ে লাজমান কাতি কৰি থৈ ভগা ভগা মাতেৰে ক'লেহি—"ককাইদেউ কেচুৱাটো মৰিশালিত পুতি থৈ আহগৈ যা।"



"কিয়?"

"কেচুৱাটো মৰা"

উপায়হীন হৈ কেচুৱাটোক ভনীজনীৰ হতুৱাই কাপোৰেৰে মেৰিয়াই এখন হাতেৰে টোপোলাটো, আনখন হাতত কোৰখন আৰু আঙুলিৰে লেম্পটো লৈ মৰিশালিলৈ ভয়ে ভয়ে আগবাঢ়িলো।

দুপৰ নিশা। ইপিনে বাহিৰত ঘোপমৰা আন্ধাৰ। মৰিশালিলৈ যোৱা ঠেক আলিটোৰেদি দুখোজমান আগবাঢ়োতেই বাঁহবোৰৰ কেৰকেৰণি বোৰে এনেকুৱা এটা শব্দৰ সৃষ্টি কৰিছিল যেন কিছুমান দৈত্যই দুয়োপাৰি দাঁত খঙত কামুৰিব লাগিছে। ভয়ত মোৰ গাৰ নোমবোৰ ডাল ডাল হ'ল। তথাপি ইশ্বৰৰ নাম লৈ কোনোমতে গৈ মৰিশালিৰ চুক এটাত ব'লোগৈ। মৰিশালিত ফকিৰ এজনে একুৰা জুই জ্বলাই বহি আছিল। দেখি মোৰ সাহ হ'ল।

খপ্ জপ্‌কৈ সৰু গাঁত এটা খান্দি কেচুৱাটো পুতি ঘুৰি আহিবলৈ ভয় লগাত সিপিনে মানুহৰ ঘৰবোৰলৈ ওলাই যাব পৰা চমু বাটটোৰেদি ঘুৰি আহি যেতিয়া ঘৰত সোমাওঁ—তেতিয়া বাহিৰৰ কোঠাটোতে ভনী দুজনী আৰু ভাইটো জুপুকা লাগি বহি আছিল। সিহঁতৰ মুখবোৰ কন্দনামুৱা। সিহঁতক এই অৱস্থাত দেখি কৈ উঠিলো—

"তহঁতে ইয়াত কি কৰিছ? যা শুই থাকগৈ।"

এইবুলি আগফালৰ চোতালত মোলৈ বুলি থোৱা পানী বাল্টিৰে গাটো লৰালৰিকৈ ধুই ললো। গামোচা খনেৰে গাটো মুচি বেলেগ পেণ্ট এটা পিন্ধি বিচনাখনতে ঢলি পৰিলো। চকু দুটা জোৰকৈ মুদি টোপনিয়াবলৈ চেষ্টা কৰিলো। তেতিয়া শেহ ৰাতি! এজাক ফিৰ ফিৰিয়া বতাহৰ লগত ক'ৰবাৰ পৰা ফেচাৰ উৰুলী এটা ভাহি আহিছিল। মোৰ কোমল মনটো যেন হঠাত কঁপি উঠিছিল। আহিব খোজা টোপনিবোৰ আশঙ্কাৰ বিহ্বলতাত আতৰি

গ'ল আৰু লগে লগে মনটোত বহুত কথাই তোলপাৰ লগাবলৈ ধৰিলে।

দেউতাৰ মৃত্যুৰ এবছৰ পাছত আইৰ সন্তান জন্ম হ'ল কেনেকৈ? কেইমাহমানৰ পৰা আমাৰ ঘৰলৈ যে ওচৰ চুবুৰীয়া মিতিৰ কুটুম— আনকি ৰামলাল মহাজনো আহিবলৈ এৰি দিছিল তাৰ কাৰণ আইৰ অন্তঃসত্তাই নেকি? সিদিনা ফুটবল পথাৰত বিজনহঁতে যে সুধিছিল "ঐ তিলক, তোৰ মাৰৰ কি হৈছে অ' " তাৰ অৰ্থ সেইদিনা মই বুজিব পৰা নাছিলো। অৱশ্যে আইৰ লক্ষণ দেখি মোৰো কেনেবা খন লাগিছিল। তাৰোপৰি কিছুমান দিনৰ পৰা ভনী দুজনীয়ে মনে মনে জুহালত বা পঢ়াৰ টেবুলত বহি কিবা ফুচফুচীয়া কথা পতা আলেঙে আলেঙে লক্ষ্য কৰি মোৰ এনে লাগিছিল যেন ঘৰখনত কিবা এটা অঘটন ঘটিছে। তেতিয়া মোৰ বয়স মাত্ৰ ষোল্ল বছৰ। এটা সন্তান গৰ্ভত পূৰ্ণাঙ্গ হৈ উঠিবলৈ কিমান দিন লাগে তাকেই মই ভালদৰে জনা নাছিলো। আইৰ অন্তঃসত্তাৰ বিষয়ে গমি পিতি চাবলৈ মোৰ সিমান কণ বুদ্ধিয়েই হোৱা নাছিল।

সেই শেহৰাতি মোৰ মনৰ প্ৰশ্ন আছিল—দেউতাৰ বিয়োগৰ পাছত আইৰ কেনেকৈ সন্তান হবলৈ পালে।

সেই কদৰ্য্য ঘটনাৰ পাছত বহুত দিন পাৰ হৈ গ'ল। সেই দিন বোৰৰে এদিন আইৰ প্ৰসৱ কাহিনীৰ নায়ক জননো কোন তাকে বুজিবলৈ হবলা আমাৰ ঘৰত এটা অতি ভয়াবহ ঘটনা ঘটিল। দেউতাৰ মৃত্যুৰ পিছত সেইটো দ্বিতীয় বছৰ আগবাঢ়িছিল। এদিন ৰাতিপুৱা বিচনাৰ পৰা উঠি পাছফালে দুৱাৰখন খুলি দিওঁতেই মই চক্‌খাই উঠিলো। সেইজনী আইজনী—ডিঙিত চিপজৰী লৈ বাৰাণ্ডাখনৰ মাৰলীত ওলমি আছিল। দৃশ্যটো দেখি ভয়ত গাটো কঁপি উঠিল। আইজনী বুলি বিকট চিঞৰ এটা মাৰি মই জ্ঞান হেৰুৱাই পৰি গ'লো। যেতিয়া মোৰ জ্ঞান আহিল, চকু দুটা মেলি দেখিলো মই মোৰ বিচনাতেই পৰি আছো। ভাইটোৱে বিছি আছে। বাহিৰত বহুত



মানুহৰ কথোপকথনৰ শব্দ। অবাক হৈ মই বিচনাখনতেই বহি থাকিলো। এনেতে ভাইটোৱে মোৰ হাতত এখন কাগজ দি ক'লে— "এইখন বাইদেৱে তোলৈ লিখি থৈ গৈছে চাচোন।" কথাষাৰ কৈ সি কন্দনামুৱা হৈ পৰিল। মই কাগজখনৰ ভাজ কেইটা মোকলাই পঢ়ি গ'লোঃ

পূজনীয় ককাইদেউ,

মই ডাঙৰ পাপ কৰিছিলো। আজি তাৰেই খণ্ডন কৰিলো। তই মোক ক্ষমা কৰিবি। আজি মই আত্মহত্যা কৰিম—মোৰ গৰ্ভত ঠাই লোৱা সন্তানটোৰ হেপাহ নেওচা দিও মই আত্মহত্যা কৰিম। কাৰণ এই সন্তান জন্ম হ'লে মোৰ লগতে এই সন্তানো ঘৃণীত হ'ব। এই ঘৰখন বদনামী হব। তোৰ জীৱনত ডাঙৰ অশান্তি হ'ব। আজি তহঁতৰ পৰা বিদায় লোৱাৰ মুহূৰ্ত্তত মোৰ এই অৱস্থা কেলৈ হ'ল তাকে কৈ যাবলৈ ওলালো। আমাৰ দেউতা ঢুকুৱাৰ পাছৰ পৰাই ঘৰখনৰ খৰছ পাতি দি আহিছিল ৰামলাল মহাজনে। টকাৰ অবিহনে মানুহ জীয়াই থাকিব নোৱাৰে। আমাৰ ভৰণ পোষণৰ কাৰণে এদিন আইএ বিবেকৰ বিৰুদ্ধেও ৰামলাল মহাজনৰ ওচৰত দৈনন্দিন খৰচৰ বিনিময়ত নিজৰ সতীত্ব বেচি দিছিল। আইৰ সন্তান হোৱাৰ সময়ত আই যেতিয়া তেনেকুৱা কাম-বাসনা ভোগৰ কাৰণে অকৰ্ম্মণ্য হৈ পৰিল তেতিয়া ৰামলালে মোক জোৰকৈ ধৰিলে। মই পলাবলৈ চেষ্টা কৰিছিলো। কিন্তু ৰামলালে মোক এৰি নিদিলে। ৰামলালৰ লগত মোৰ সেই ঘটনা আইএ জানে। সেইদিনা ৰাতি আইক মই গালি পাৰিছিলো। আইক কৈছিলো—নেলাগে, নেলাগে টকা, খাবলৈ নেপাই মৰিলেও মৰিম। সেইবুলি তেনেকুৱা পাপ কৰিব নোৱাৰো। আইএ কান্দিছিল। আইএ কেৱল কান্দিছিলহে। কন্দাৰ বাহিৰে আইৰ কোনো প্ৰতিবাদ মই নেদেখিলো।

মোৰ এনেকুৱা লাগিছিল যেন আমাৰ ঘৰৰ কাৰণে তেনেকৈ দেহৰ ব্যৱসায় কৰাটোৱেই একমাত্ৰ পথ। উপায়হীন হৈ, পাপলৈ ভয় নকৰি পিছত বহুবাৰ ৰামলালৰ লগত তেনেকুৱা কাণ্ড হৈছিল। যেতিয়া এই অবৈধ সম্ভোগ বহুবাৰ ঘটিল মোৰ মনত এনেকুৱা লাগিল যেন ৰামলালৰ টকা পয়চাৰ বিনিময়ে তেনে কাম কৰাটো কোনো দোষৰ কথা নহয়, যেন ই এটা নিচেই সাধাৰণ কথা। কিন্তু মোৰ গৰ্ভত সন্তানে ভূমুকি মৰাৰ কথা যি দিনা বুজি উঠিলো সেইদিনা মোৰ ভীষণ ভয় লাগিল। ৰামলালে জানো এই সন্তানৰ তেৱেঁই পিতৃ বুলি স্বীকাৰ কৰিব? এই ভয়ে মোক দিনে নিশাই খুলি খুলি খাবলৈ ধৰিলে। অজি ৰাতি ভাত খাই উঠি শুবলৈ আহোতে দীঘল আয়না খনত সৰু লেম্পটোৰ পোহৰত নিজৰ গাটোৰ প্ৰতিবিম্বটো চাইছিলো। ককালৰ পৰা তলছোৱা হাতখনেৰে মোহাৰি চাওঁতে গাটো জিকাৰ খাই উঠিল। গৰ্ভত সন্তান? নহয়, ই এক অখণ্ডনীয় কলঙ্ক! এই কলঙ্কৰ কাৰণে গোটেই জীৱন মই ঘৃণীত হৈ কটাব লাগিব। মানুহে এই কথা গম পালে আমাক দেখি থু পেলাব। নাই, এনেকৈ জীয়াই থাকিব নোৱাৰো। ককাইদেউ, মই এতিয়াই আত্মহত্যা কৰিম। মই আত্মহত্যা কৰিলেই সকলো কলঙ্কৰ ওৰ পৰিব। আমি দুখীয়া নোহোৱা হ'লে মোৰ এই দশা নহ'লহেঁতেনে। মোক ক্ষমা কৰিবি ককাইদেউ। ইতি—

তোৰ
আইজনী

চিঠি খন কঁপা কঁপা আঙুলিবোৰৰ মাজেৰে সৰি পৰিল বিচনা খনতে।

দিনবোৰ বাগৰি গৈ আছিল। লগে লগে বাঢ়ি আহিছিল এখন অনামী ঘৰৰ অনাটনৰ হেঁচা। এতিয়া ৰামলাল মহাজন আৰু আমাৰ ঘৰলৈ নাহে। আই পিত্ত বেমাৰত তেনেই শুকান মুকান হৈ পৰিল।



সৰু ভনীজনী এতিয়াও গাভৰু হোৱা নাই। গতিকে ৰামলাল মহাজন আমাৰ ঘৰলৈ অহাৰ কাৰণো শেষ হ'ল। আমাৰ অৱস্থা দিনক দিনে শোকাবহ হৈ আহিছিল। এদিন উপায়ন্তৰ হৈ সৰু ভাইটোৰ হাতত ৰামলাল মহাজনলৈ টকা বিচাৰি এখন চিঠি দি পঠাবলৈ আই বাধ্য হৈছিল। ভাইটোক বাটত লগ পাই সুধিলো— "কোনফালে যাব?" সি ৰামলালৰ ঘৰলৈ বুলি ক'লে। মোৰ সন্দেহ হ'ল, কিজানি আইএ তাহানিখন মোৰ হাতত দিয়াৰ দৰে ভাইটোৰ হাততো ৰামলাললৈ চিঠি লিখি আমন্ত্ৰণ জনাইছে। তাৰ চোলাটোৰ জেপত হাত ভৰাই সচাকৈয়ে এখন চিঠি উদ্ধাৰ কৰিলো। চিঠিখনৰ সাৰাংশ এই:

"আপুনি আজিকালি আমাৰ ফালে নহা হ'ল কিয়? মোৰ এতিয়া গা ভাল। আপুনি আহিব। আজি বহুতদিনৰ পৰাই এসাজকৈ লঘোনে কটাইছো। লগত কেইটামান টকা লৈ আহিব।"

চিঠিখন পঢ়ি খঙে মোৰ চুলিৰ আগ পালেগৈ। চিঠিখন টুকুৰা টুকুৰ কৈ ফালি ভাইটোক আলিবাটটোৰ ওপৰতে কেইটামান ঢকা মাৰি পঠাই দিলো।

সন্ধ্যা ঘৰ সোমাই দেখিলো সকলো নিমাত। দেউতা ঢুকুৱা আৰু আইজনীয়ে আত্মহত্যা কৰাৰ পাছত ঘৰখন এনেয়ে গহীন হৈ পৰিছিল। সৰু ভাইটো আৰু ভনীজনী ভয়তে ফুট গধূলিতে বিচনাত পৰেগৈ। সেইদিনা তাতোকৈ সোনকালে বিচনাত পৰিলগৈ। আইয়েও বিচনাত পৰি কিবা ভাবি আছিল।

ঘৰৰ ভিতৰলৈ সোমাই গৈ আইৰ মুখখন দেখি মোৰ বৰ বেজাৰ লাগিল। আইএ মহাজনলৈ দিয়া চিঠিখনৰ "আজি বহুতদিনৰ পৰা এসাজকৈ লঘোনে কটাইছো" এই শাৰীটো মনত পৰিল। কেইমাহ মানৰ আগতে আইজনীয়ে আত্মহত্যা কৰাৰ সময়ত মোলৈ লিখি থৈ যোৱা চিঠি খনৰ এঠাইত আছিল "আমি দুখীয়া নোহোৱা হ'লে মোৰ এই দশা নহলহেঁতেন।" আই আৰু আইজনীৰ

এই কথা কেইষাৰে খন্তেকতে মনটো হেচি ধৰিলে। তাৰ পৰা ওলাই আহি মোৰ কোঠাটোত সোমাই গাৰ কামিজটো খুলি আলনা ডালতে ওলমাই থ'লো। ভৰিৰ চেণ্ডেলযোৰ খুলি বিচনাত বাগৰ দি মূৰৰ শিতানত গাৰুটোৰ তলত থোৱা আইজনীৰ চিঠিখন টানি আনিলো। ঢিমিক্ ঢামাকৃকৈ জ্বলি থকা লেম্পটোৰ ফিটা ডাল বঢ়াই দি চিঠিখন এবাৰ সতৰ্কভাবে পঢ়িবলৈ যত্ন কৰিলো। এই চিঠিখন, তাইলৈ মনত পৰিলেই উলিয়াই পঢ়ি চাওঁ। সেইদিনা অৱশ্যে চিঠিখনে আইজনীৰ স্মৃতিতকৈও ঘৰখনৰ অৱস্থাবোৰৰ কথাহে মনলৈ টানি আনিলে। যদিও মোৰ বয়স তেতিয়া তাকৰ, তথাপি সাধাৰণ বুদ্ধিৰেই ভাবি চালো—দেউতা জীয়াই থকা হ'লে আমাৰ ঘৰত তেনে বিপৰ্য্যয় নহলহেঁতেন। আইৰ বদ্‌নাম, আইজনীৰ আত্ম-হত্যা—এই সকলোবোৰ দুৰ্ঘটনাৰ মূলতেই যে আমাৰ উপাৰ্জনহীনতা—তাক মই বুজি পালো। দুবেলা দুমুঠি খাবলৈ অলপ উপাৰ্জন থকা হ'লে ৰামলালে আই আৰু আইজনীৰ মঙহৰ ভোজ খাবলৈ আহিব নোৱাৰিলেহেঁতেন। টকা নহলে মানুহ নিশকতীয়া হয়; মানুহে বিবেককো টকাৰ বিনিময়ত বেচিব পাৰে। বিবেককে যেতিয়া টকাৰ বিনিময়ত বেচিব পাৰে, তেতিয়া দেহ বেচাটো নিচেই সাধাৰণ কথা হৈ পৰে। টকা থাকিলে টকা নথকাহঁতৰ বিবেক আৰু দেহ কিনিবলৈ সৰহ সময় নেলাগে, অলপো কষ্ট নেলাগে। আই আৰু আইজনীয়ে বিবেক বিক্ৰি কৰিছিল, দেহ বিক্ৰি কৰিছিল আৰু ৰামলালে সেইবোৰ কিনিছিল—বিনা কষ্টে, বিনা দ্বিধাই। ৰামলালৰ সেই অধিকাৰ আছে তেনেহলে! এতিয়া বাৰু ৰামলালে—আইজনীয়ে আত্মহত্যা কৰাৰ কাৰণে অকণমান অনুতাপ কৰেনে? ৰামলালে বাৰু পাপ হ'ল বুলি এতিয়া অকণমানো ভয় খাইছেনে?…নাই, নাই…টকা থাকিলে হাজাৰেই পাপ কৰক লাগিলে তাৰ বাবে অকণো শাস্তি নহয়। ক'তা—ৰামলালৰ জীৱনততো এতিয়াও একো বিপৰ্য্যয়



হোৱা নাই!…কিন্তু আই? আইজনীৰ আত্মা? ইহঁতৰ কষ্টৰ শেষ ক'ত? আইজনীৰ আত্মাই আমাৰ ঘৰখনৰ এই চাৰিটা প্ৰাণীৰ লঘোনীয়া শুকান শুকান মুখবোৰ দেখি চাগৈ নিতৌ কান্দিব লাগিছে।…টকা লাগে। জীয়াই থাকিবলৈ টকা লাগে। বাচি থাকিবলৈ এটা উপাৰ্জন লাগে। এই ৰামলালহঁতৰ দানহ দাঁতৰ পৰা ৰক্ষা পাবলৈ টকা লাগে। টকা উপাৰ্জন কৰিবই লাগিব। বদনামী আইক আকৌ সমাজত স্থান দিবলৈ, মোৰ সৰুজনী ভনী কনমাইক আত্মহত্যাৰ পৰা বচাবলৈ টকা উপাৰ্জন কৰিবই লাগিব। আইজনীৰ চিৰ অশান্ত আত্মাক এবাৰ শান্ত্বনা দিবলৈ টকা উপাৰ্জন কৰিবই লাগিব। টকা লাগে মোৰ ভাইটোক শিক্ষা দি শিক্ষিত কৰি তুলি সমাজত তাৰ বাবে এটা স্থান নিৰূপন কৰি আমাৰ ইমান দিনীয়া কলঙ্কৰ কথা মানুহৰ মনৰ পৰা মচি পেলাবলৈ।

সেইদিনা ৰাতি সপোন দেখিলো—টকাৰ, ধন-দৌলতৰ। আইজনীৰ গাৰ মঙহবোৰ, আইৰ চকুপানীবোৰ এচপৰা সোণ হৈ মোৰ চকুৰ আগত জিলিকি উঠিল। ৰামলালৰ একেখন গাদীত বহি কেৰাণী, মহৰী, গাঁৱৰ খেতিয়ক, সৰু-সুৰা দোকানীৰ ওপৰত ৰঙা চকু দেখুৱাব পৰা ক্ষমতাৰে মোক নিজকে ক্ষমতাপন্ন হোৱা দেখিলো।

* * *

যদি সেই সময়ত দ্বিতীয় মহাযুদ্ধ নহ'লহেঁতেন তেনেহলে মই চোৰ বা ডকাইত হলোহেঁতেন। দ্বিতীয় মহা যুদ্ধই মোক ঠিকাদাৰ কৰিলে। ঠিকাদাৰ সেই সময়ৰ এবিধ নতুন ধৰণৰ ডকাইত। নহলে মই পুৰণি ধৰণৰ ডকাইত হলোহেঁতেন। সিদিনা আকাশেদি প্ৰথম বাৰৰ কাৰণে দুখনমান আকাশী জাহাজ উৰি যোৱা দেখি ল'ৰি চোতাললৈ গৈ ৰ লাগি চাই অবাক হৈছিলো। তাৰ পিছত লাহে লাহে আকাশী জাহাজবোৰে আকাশ খন ফালি চিৰাচিৰ

কৰিবলৈহে যেন ধৰিলে। মাটিৰ বুকুত দেশী বিদেশী মিলিটেৰীৰ ঘট্‌ঘিটনিত চাৰিওফালে সংশয়ৰ দোমোজা বিয়পি পৰিল। এদিন দুপৰীয়া ট্ৰাংক্‌ৰোডটোৰেদি এনেয়ে ওলাই গৈছিলো। হঠাত এখন জীপ আহি মোৰ কাষতেই ৰৈ গ'ল। মই ভয়ত উচপ খাই উঠিলো। গাড়ীৰ পৰা দুটা বিদেশী মিলিটেৰী নামি মোক জোৰকৈ চোঁচৰাই নি সিঁহত দুয়োটাৰ মাজত বহুৱাই দিলে। ভয়ত মই চিঞৰি দিব খোজোতেই এটাই মোৰ মুখ চেপি ধৰিলে। আনটোৱে গাড়ীখন চলাই দিলে। ভয়ত পেপুৱা লাগি দুয়োটা মিলিটেৰীৰ মাজত মই কঁপি কঁপি বহি থাকিলো। গাড়ী খন গৈ পথাৰৰ ওচৰ পালেগৈ। আলিবাটৰ কাষত এডৰা জাৰ্ম্মানী বন আছিল। গাড়ীখন সেই ঠাইতে ৰখাই মিলিটাৰী দুটাই মোক নি জাৰ্ম্মানী বন ডৰাৰ মাজত সোমোৱালেগৈ। তাৰ পিছত এখন্তেক উন্মাদনাই প্ৰকাশৰ বাট বিচাৰি ললে। জীৱন-শক্তিৰ করুণ বিকৃতিৰ এই পোন্ধৰ মিনিট সময়—দুটা ধুনীয়া জীয়া মানুহ ৰাক্ষসলৈ ৰূপান্তৰিত হৈছিল। শেহত অলপ ক্লান্ত হৈ দুয়োটাই মোৰ ফালে চাই হাঁহি এটা মাৰিলে। এইবেলি সিহঁতে মোৰ চুলিত হাত বোলাই ইংৰাজীতে সুধিলে—"আমাৰ ওপৰত খং উঠিছে নেকি ?"

মই ভয়ে ভয়ে মূৰটো জোকাৰিলো। তাৰ পাছত এটাই সুধিলে—"থাক ক'ত ?"

"ইয়াতে, এই নগৰতে।"

"পঢ়িছ ?"

"ওহোঁ, পঢ়া এৰি দিলো।"

"কিয় ?"

"পয়চা নাই।"

"অ' বেচেৰা দুৰ্ভগীয়া"—এই বুলি সিহঁতৰ এটাই জেপৰ পৰা দহটকীয়া নোট এখন উলিয়াই মোৰ হাতত দিলে। কঁপা কঁপা



আঙুলিৰে নোটখন লৈ সভয়ে সিহঁতলৈ চাই—জেপত ভৰাই থলো। ইতিমধ্যে সিহঁতে মোৰ বিষয়ে কিবা অলপ কোৱা মেলা কৰিলে। তাৰ পাছত দুয়ো দুবাহুত ধৰি মোক জীপ খনৰ ভিতৰত বহিবলৈ কলে। এইবেলি মই আৰু ভয় খালো। দুয়োটাৰ মাজতে কোচ-মোচ খাই বহি পৰিলো। গাড়ীখন চলিবলৈ ধৰিলে।···

আমাৰ ঘৰৰ ঠিক দুমাইল পূবে মিলিটেৰী কেম্প আছিল। কেম্পটোৰ বেচি ভাগেই বিদেশী মিলিটেৰী। গাড়ীখন গৈ কেম্পটোৰ চৌহদটোত সোমালগৈ। মই তেতিয়া ইমান ভয় খাইছিলো যে গাড়ীখনৰ ইঞ্জিনটো বন্ধ হোৱাৰ পাছত দুয়োটা মিলিটেৰী নামি মোকো নামিবলৈ কেইবাবাৰো কোৱা স্বত্বেও মই লৰচৰ নকৰি গাড়ীতেই বহি আছিলো। মোৰ এই অৱস্থা দেখি সিহঁতৰ এটাৰ খং উঠিল আৰু মোক আটিল হাতখনেৰে বাহুত ধৰি মাটিলৈ নমাই আনিলে। মাটিত নমাৰ পাছত তাৰ চকুলৈ ভয়ে ভয়ে চালো।

সি এনেতে ক'লে—"আমাৰ পাছে পাছে আহি থাক।"

একো নকৈ সিহঁতক অনুসৰণ কৰি গৈ থাকিলো। সিহঁতে যেতিয়া শাৰী শাৰী তম্বুবিলাকৰ মাজত এটা ডাঙৰ তম্বুৰ ওচৰত ৰৈ কিবা কোৱা মেলা কৰিলে তেতিয়া আশঙ্কা-বিহ্বল চাৱনীৰে সিহঁতক চোৱাৰ বাহিৰে মোৰ আৰু কৰিবলৈ আন একো নাছিল। এনেতে সিহঁতৰ এজন তম্বুটোৰ ভিতৰলৈ সোমাই গ'ল। আনটোৱে জেপৰ পৰা চিগাৰেটৰ পেকেট এটা উলিয়াই তাৰে এটা মোৰ ফালে আগবঢ়াই ক'লে—

"চিগাৰেট এটাকে খা।"

"ওহোঁ মোৰ অভ্যাস নাই।

"খা, খা এতিয়া ডাঙৰ লৰা হ'লি দেখোন"—এই বুলি মোৰ

অনিচ্ছা স্বত্বেও সি মোক চিগাৰেট এটা জ্বলাবলৈ বাধ্য কৰালে। চিগাৰেটটো জলাই ধোঁৱাবোৰ টানি নিওতে মোৰ ডিঙিটো পোৱাৰ নিচিনা লাগিল। উশাহো বন্ধ হৈ যোৱা যেন অনুভৱ কৰিলো। খকা মকা খাই পিছত যেতিয়া কাহ মাৰিলো তেতিয়া মিলিটেৰীটোৱে মোৰ অৱস্থা দেখি ঢেক্ ঢেক্কৈ হাঁহি দিলে। এনেতে ইটো মিলিটেৰী লগত ভাৰতীয় মানুহ এটা লৈ আমাৰ ফালে আগবাঢ়ি আহিল। আমাৰ ওচৰ পায়েই সি মোৰ কান্ধত ঢকা দুটামান মাৰি মানুহ জনক ক'লে—"তোমাৰ কাৰণে ইয়াক লৈ আহিছো। কেনে হ'ব ?"

মানুহজনে হাঁহি এটা মাৰি মোৰ মুখলৈ এবাৰ চকুকেইটা ঘোপা কৰি চালে। সিহঁতৰ মতলব বুজিব নোৱাৰি মই সেমেনা-সেমেনিকৈ বৈ থাকিলো। তাৰ পিছত মানুহজনেই মোক ক'লে—

"মইনা তোমাৰ ঘৰ ক'ত ?"

"নগৰত"

"কাৰ ঘৰৰ ল'ৰা তুমি ?"

"ভোলা কেৰেণী..."

"অ' বুজিছো। বেচ, তুমিয়েই উপযুক্ত হ'বা।"

মই ভোলা কেৰেণীৰ ঘৰৰ বুলি কোৱাৰ লগে লগে—মোকেই উপযুক্ত বুলি কোৱাত মোৰ বেছিকৈ ভয় লাগিল। কাৰণ আমাৰ ঘৰখন বদনামী বুলি আটায়ে জানে। এই মানুহজনেও নিশ্চয় জানে। সন্দেহ আৰু ভয়ৰ ভাব এটাই ইতিমধ্যে মোক জুমুৰি মাৰি ধৰিছিল। মানুহজনে এইবাৰ আকৌ আৰম্ভ কৰিলে—

"মইনা তুমি এটা কাম কৰিব পাৰিবা ?"

"কি ?"

"মোৰ লগত গাৱেঁ গাৱেঁ ফুৰিব লাগিব।"



"কিয় ?"

"গাৱঁৰপৰা মই এওঁলোকৰ খোৱাৰ বস্তুবোৰ গোটাওঁ নহয়—তুমি মোক এই কামত সহায় কৰিব লাগিব।"

এই বুলি তেওঁ চিগাৰেট এটা জ্বলাই ল'লে। তেতিয়া মিলিটেৰীটোৱে সুধিলে—"হ'বতো ?"

"হ'ব হ'ব চাহাব, বৰ নম্ৰ লৰা এওঁ। কথা ক'লে শুনে।"

মোক প্ৰশংসা কৰি মানুহজনে মোলৈ চকু ঘূৰাই ক'লে—"তোমাক এটা মাহেকীয়া দৰ্মহাও দিম। পাৰিবানে পিছে ?"

মই উত্তৰ দিবলৈ নৌ পাওঁতেই তেওঁ আকৌ কৈ উঠিল "আহাঁ মোৰ লগতে, তোমালোকৰ ঘৰটো চাই আহোঁগৈ। কাইলৈৰ পৰা সদায় বিহানেই তোমাক ঘৰৰ পৰা গাড়ীৰে লৈ আনিব লাগিব নহয়।"

সেই দিনাৰ পৰা আৰম্ভ কৰি মই গোটেই জীৱন ধৰি সেই মানুহজনৰ খোজ অনুসৰণ কৰি আহিছো। তেওঁৰ খোজৰ চমু অৰ্থ হ'ল: যুদ্ধৰ দিন। অশান্তিৰ দিন। গাৱেঁ-ভূঁয়ে গৈ শাক-পাচলি, গৰু গাই আদি কিনি আনি মিলিটেৰীক চাৰিগুন দামত বেচিবা। তাকে কৰিলে বজাৰত বস্তু বাহানিৰ দাম বাঢ়ি যাব। বস্তু-বাহানিৰ দাম বাঢ়ি গলে তোমাৰ লাভৰ টকাৰে ধান-চাউল, লোণ-তেল আদি সামগ্ৰীবোৰ আগতীয়াকৈ কিনি আনি লুকুৱাই ৰাখিবা। এনেকৈ খাদ্য সামগ্ৰীবোৰ লুকুৱাই ৰাখিলে বস্তু-বাহানিৰ দাম আৰু বাঢ়িব। তেতিয়া সেইবোৰ আৰু অধিক দামত বেচিবা, অধিক লাভ পাবা। লাভ ভালেমান উপায়েৰে কৰিব পাৰি। চাউলত বগা পাথৰ, নিমখত বগা পাথৰ, ধানত শিলগুটি আদি মিহলাই বজাৰত বেচিবা। তুমি যিখন ডায়েৰী খুলিবা তাত গাখীৰত পাউদাৰ গাখীৰ আৰু চাউল ধোৱা পানী মিহলাবা, ঘিঁউত মৈদা মিহলাবা। দুগুন লাভ পাবা।

অৰ্থাৎ যি সকলে এইবোৰ বস্তু উৎপন্ন আৰু ব্যৱহাৰ কৰে সেইসকল লোকক শোষণ কৰিবা; তেওঁলোকৰ তেজবোৰ পিবা। সিহঁতৰ তেজবোৰ পিব পাৰিলেহে তুমি ধনী হ'ব পাৰিবা। তুমি ধনী হ'লে তোমাৰ সকলো কলঙ্কৰ কথা মানুহে পাহৰি পেলাব। তুমি তোমাৰ বদনামী ঘৰখনক সমাজত আকৌ প্ৰতিষ্ঠা কৰিব পাৰিবা। এনেকৈ দোপত দোপে দেশখনৰ শাসনৰ ভাৰো তোমাৰ ওপৰতেই পৰিব। দেশখনৰ শাসনৰ ভাৰ যদি তুমি নোলোৱা তেনেহলে তুমি শাসকসকলক শাসন কৰাৰ ভাৰ ল'বা। ই তোমাৰ প্ৰাপ্য।

সেইবোৰ আছিল ৰত্ন ঠিকাদাৰৰ ভৰিৰ খোজ। সেইবোৰ খোজৰ ওপৰত এতিয়া মোৰ খোজ পৰিছে। মই তেওঁৰ আদৰ্শকে ভিত্তি কৰি যুদ্ধৰ দিনৰ পৰা এতিয়া এই স্বাধীন কালছোৱালৈকে একে ধৰণেই আগবাঢ়িছো। ৰত্ন ঠিকাদাৰৰ মহৰীৰূপে এদিন মিলিটেৰীৰ তম্বুৰ তলত মুৰ গুজি আজি মই গোটেই সমাজখনকেই আঙুলিৰ ঠাৰৰত নচুৱাব পৰা সভাপতি……সংঘ, সভাপতি…সন্থা, সভাপতি…বোৰ্ড, পৃষ্ঠপোষক…সাহিত্য চৰা, পৃষ্ঠপোষক…নাট্য চ'ৰা আদিও হ'ব পাৰিছো।

ইতিমধ্যে মোৰ আইৰ কলঙ্কও মোচ খালে। সৰু ভন্টিজনীক অসমৰ বৃহৎ পৰিয়াল এটাৰ এজন খ্যাতনামা উত্তৰাধিকাৰীলৈ দিলো। ভাইটোৱে সদৌ ইউৰোপ পৰিভ্ৰমণ কৰি উভত আহি উত্তৰ ভাৰতৰ এখন ব্যৱসায়ী সন্মিলনৰ সাধাৰণ সম্পাদকৰ পদত নিযুক্ত হৈ এতিয়া তুকুৰিমান ছ'ফিষ্টিকেটেড যুৱতীৰ প্ৰণয়-পাশত বান্ধ খাই ভাৰতৰ চহৰে চহৰে ঘূৰিব লাগিছে। আৰু মই?

নাই, মই কি তাক কৈ নিজৰ ওপৰতে এটা মন্তব্য কৰিব নোখোজো। মই এখন ইতিহাস। মই বাস্তৱময় সময়ৰ এক মূৰ্ত্ত



প্ৰতিফলন। সেয়ে মই দাবী কৰোঁ—মালিনীৰ দৰে বহুতো গাভৰু আৰু ৰূপৱতী পৰস্ত্ৰীক মোৰ ঐশ্বৰ্য্যৰ মহিমাৰে উপভোগ কৰাটো মোৰ প্ৰাপ্যই। কাৰণ এদিন মোৰ আই আৰু ডাঙৰ ভনীজনীক প্ৰাপ্য৹ কাৰণেই ৰামলাল মহাজনে উপভোগ কৰিছিল। ৰামলাল মহাজনৰ দোষ নাই। ৰামলালে যদি মোৰ আই আৰু ভনীজনীক উপভোগ নকৰিলহেঁতেন, তেতিয়াহে ৰামলাল মহাজন দায়ী হ'লহেঁতেন,—ঐশ্বৰ্য্যই দিয়া তেওঁৰ সামাজিক ক্ষমতাৰ প্ৰতাৰক হ'লহেঁতেন!…

সেইদিনা পূৰ্ব্বাচল কাৰখানাৰ মালিক শ্ৰীমধুসূধন বৰুৱাৰ পত্নী, আমাৰ অসমৰ মহিলা নেত্ৰী শ্ৰীমতী ৰুক্মিণী দেৱীৰ লগত শ্বিলঙৰ এটা নামী হোটেলত একেখন বিচনাতে পৰি থাকোঁতে ভাল লগা নাছিল। আনকি, শ্ৰীমতী ৰুক্মিণী দেৱীৰ ফেঁহুৰ দৰে বগা ঢক্‌ঢক্, কপাহৰ দৰে কোমল গাটোও ভাল লগা নাছিল। কিন্তু তাৰ তুদিনমানৰ আগতে খনামুখৰ ৰূপেশ্বৰ মণ্ডলৰ কলেজত পঢ়া গাভৰু জীয়েক সুভদ্ৰাক ভাল লাগিছিল। সুভদ্ৰাৰ গাটোত গোন্ধ আছিল।

সুভদ্ৰাৰ গাৰ গোন্ধটো ৰুক্মিনী দেৱীৰ গাত নাছিল। শ্ৰীমতী ৰুক্মিণী দেৱী মোৰ দৰে এজন ডাঙৰ ব্যৱসায়ীৰ পত্নী। মোৰ লগত তেওঁ শ্বিলঙলৈ যোৱাৰ এটা উদ্দেশ্য আছিল। সিদিনাখন মিঃ ছুৰৰাক হেলাৰঙে দেহটো দি তেওঁৰ যোগেদি কলিকতা আৰু বোম্বাইৰ বিখ্যাত মেনুফেকচাৰাৰ কেইজনৰ পৰা স্বনামধন্য স্বামীয়েকলৈ এজেন্সী আদায় কৰাৰ দৰে শ্বিলঙৰ হোটেলত মোৰ লগত একে কোঠালিতে নিশা যাপন কৰি মোৰ হতুৱাই এখন বিশেষ অনুমতি-পত্ৰ আদায় কৰি লোৱাই আছিল তেওঁৰ উদ্দেশ্য। তেওঁতো নিজৰ গাটো মোক বেচি দিয়া নাই, বৰং মইহে মোৰ বুদ্ধিকণ, মোৰ ক্ষমতাকণ তেওঁক তেওঁৰ গাটোৰ বিনিময়ে বেচি দিলোঁ। পাইন গছৰ ফাঁকে ফাঁকে ফেৰ্‌ফেৰীয়া বতাহবোৰ সৰকি যোৱাৰ দৰে মোৰ খন্তেকৰ উন্মাদনা এটাহে যেন সেই ৰাতি পাৰ হৈ গ'ল।

কিন্তু সুভদ্ৰাৰ নিশা?

সুভদ্রা মোৰ ওচৰলৈ আহে টকাৰ কাৰণে। ফিজ দিবলৈ, মাকলৈ, ভনীয়েকলৈ কাপোৰ কিনিবলৈ আৰু ইটো সিটো লেন-দেন নিষ্পত্তি কৰিবলৈ টকা লাগে সুভদ্ৰাক। মোৰ অবিহনে শুভদ্ৰাৰ জীৱন অচল। সুভদ্ৰাৰ মঙ্গহবোৰ মোৰ ভাল লাগে। ৰামলালে মোৰ ডাঙৰ ভন্টিজনীৰ মঙহবোৰো এই ধৰণেই ভাল পাইছিল। এদিন সুভদ্ৰাৰ নিৰাবৰণ বুকুখন মোৰ বুকুৰ লগত আটিলকৈ লাগি থাকোঁতে অদ্ভূতভাৱে আইজনীয়ে আত্মহত্যা কৰাৰ আগতে লিখি থৈ যোৱা কথা এষাৰ মনত পৰিছিল। কথাষাৰ আছিল—"আমি দুখীয়া নোহোৱা হ'লে মোৰ এনে দশা নহ'লহেঁতেন।" কথাষাৰ মনত পৰাৰ লগে লগে সুভদ্ৰাক মই জোৰেৰে ঠেলি দিছিলোঁ, আৰু হঠাৎ বিচনাৰ পৰা উঠি আহি কৈছিলোঁ—"সুভদ্ৰা, তুমি গুছি যোৱা। আজিৰ পৰা ইয়ালৈ নাহিবা।"

সুভদ্ৰাই আচৰিত হৈ মোৰ চকুলৈ চাই আছিল। তাইৰ চকু দুটা আইজনীৰ চকু দুটাৰ দৰে লাগিছিল। মোৰ গোটেই মন আৰু দেহ কিবা এক অচিন সংশয়ত বাৰে বাৰে জিকাৰ খাই উঠিছিল। মোৰ মুখখন ৰঙা হৈ উঠিছিল আৰু কপালৰ পৰা সৰি পৰিছিল কিছুমান অবাধ্য ঘামৰ টোপাল।

সুভদ্ৰা হতভম্ব হৈ বিচনাৰ পৰা উঠি আহিল। মোৰ পৰা কোনো সঁহাৰি নাপাই তাই গাৰ কাপোৰখিনি ঠিক কৰি ল'লে আৰু লাহে লাহে সিহঁতৰ ঘৰলৈ যাবলৈ ওলাল। দুৱাৰ দলিত বৈ তাই আকৌ মোলৈ চালে। তাইলৈ চাবলৈ, তাই যোৱাৰ বাটটো এবাৰ লক্ষ্য কৰিবলৈ মোৰ গাত অকণো শক্তি নথকাৰ দৰে লাগিছিল।

সেইদিনা ৰাতি বিছনাত বাগৰ দি সুভদ্ৰা আৰু আন কেইবাজনীও ছোৱালীৰ লগত হোৱা মোৰ ঘটনাবোৰৰ কথা এবাৰ দকৈ ভাৱিবলৈ ধৰিলোঁ। ভাৱি ভাৱি অৱশেষত যিটো সিদ্ধান্তত উপনীত হ'লো, সেই সিদ্ধান্তটো হ'ল এই: সুভদ্ৰাক অবৈধভাৱে-



উপভোগ কৰাটো মোৰ প্ৰাপ্য আছিল। যদি মোৰ আই আৰু ভনীজনীক উপভোগ কৰাটো ৰামলালৰ প্ৰাপ্য, তেনেহলে সুভদ্ৰাক উপভোগ কৰাটোও মোৰ প্ৰাপ্য।

ৰামলাল মহাজন মানুহৰ তেজ পি ধনী হৈছিল। মানুহৰ তেজ পি ধনী হোৱাৰ বাহিৰে ধনী হোৱাৰ অন্য পথ থাকিব নোৱাৰে। ময়ো মানুহৰ তেজ পি-হে ধনী হ'ব পাৰিছোঁ। যেতিয়া তেজ পি এজন মানুহ ধনী হয়, তেতিয়া সেইজন মানুহে মানুহৰ মঙহ, আত্মা—এই সকলোকেই বজাৰৰ বস্তুৰ দৰে ব্যৱহাৰ কৰিব পাৰে। নহ'লে তেওঁৰ ধনী হোৱাৰ সাৰ্থকতা নাই। সুভদ্ৰাৰ মঙহৰ গোন্ধ নল'লে ইমান দিনে বজাৰৰ ভেজাল বস্তুৰ যোগান ধৰি ধনী হোৱাৰ সাৰ্থকতা ক'ত থাকিব মোৰ? মই এজন নতুন ৰামলাল মহাজন। ৰামলাল মহাজন আৰু মোৰ মাজত এতিয়া কোনো মৌলিক পাৰ্থক্য নাই।... ঠিক আছে তেনেহলে, কাইলৈ ৰাতিপুৱা গৈ সুভদ্ৰাক কৈ আহিম—"সুভদ্ৰা, ৰাতি তুমিও মোৰ ওচৰলৈ আহিবা।"

এনেকৈ কৈ অহাৰ পিচত সুভদ্ৰা আহিব। সুভদ্ৰা দুৰ্ব্বলা। সুভদ্ৰাক লাগে টকা। এদিন আইজনীকো টকাৰ দৰ্কাৰ হৈছিল। সেই টকা দিছিল ৰামলাল মহাজনে। এতিয়া সুভদ্ৰাক টকা দিম মই। সুভদ্ৰাৰ দেহ-সম্ভোগত মই লিপ্ত হৈ যাম। এদিন সুভদ্ৰাৰ গৰ্ভত কোনোবা অনুজ অঙ্কুৰিত হ'ব। সুভদ্ৰাই ভয় খাই আইজনীৰ দৰে আত্মহত্যা কৰিব। সুভদ্ৰাই আত্মহত্যা কৰাৰ পিছত, সুভদ্ৰাৰ বান্ধৱী মালিনীক মাতি আনিম। মালিনীয়েও আত্মহত্যা কৰিব···

তাৰ পিছত ঠিক সিদ্ধান্ত অনুযায়ী সুভদ্ৰা আহিল। সুভদ্ৰাই সেই ৰাতি মোৰ লগত কটাই দিলে। এইদৰে তাই ভালেমান ৰাতি মোৰ লগত কটাই দিলে। তাৰ পিছত তাই ভাগৰি পৰিল। ক'ৰবাৰ কঙাল ল'ৰা এটাক পাই তাই বিয়া কৰাই পেলালে। সুভদ্ৰাই আত্মহত্যা নকৰিলে! তাইৰ বিয়াৰ দিনা মোৰ গাটো পুৰিছিল। মনটো পুৰিছিল ততোধিক। সুভদ্ৰাক আইজনীৰ দৰে আত্মহত্যা

কৰাবলৈ বাধ্য কৰাব নোৱাৰিলোঁ। সুভদ্ৰা সাৰিল। কিন্তু আইজনী? আইজনী সাৰিব নোৱাৰিলে কেলৈ? নাই, সুভদ্ৰা সাৰিলেও মই পৰাভূত নহওঁ। পৰাভূত নহ'লোঁ মই।

এইবাৰ মালিনীক টানি আনিলোঁ টকাৰ চুম্বকেৰে। মালিনী আহিল। মালিনীৰ লগতো মোৰ বহুতবাৰ দেহ সংযোগ ঘটিল। কিন্তু মালিনীৰ যে অন্তঃসত্ত্বা নহ'ল? নহয়, মালিনী আইজনীৰ দৰে আজলী নহয়, মালিনী বুদ্ধিমতী, মালিনীয়ে আধুনিক উপায়বোৰ জানে। মালিনীৰ অন্তঃসত্ত্বা নহয়। মালিনীয়ে আইজনীৰ দৰে আত্মহত্যা নকৰে তেনেহ'লে……

যদি সেয়ে সঁচা হয়? তেনেহলে মালিনীক কৈ দিম— "মালিনী তুমি আৰু নেলাগে আহিব। তুমি বুদ্ধিমতী, তুমি সুভদ্ৰাৰ দৰে মোৰ সকলো চেষ্টাকে বিফল কৰি তুলিছা"।

এইবাৰ বন্দনাক মাতিম। বন্দনা নিচলা ছোৱালী। বন্দনাই সিমানখিনি কথা নাজানে। বন্দনাৰ নতুন যৌৱনে মোৰ ক্ষমতাত মূৰ দোঁৱাব। বন্দনাৰ নতুন তেজৰ উষ্মাই মোৰ দেহৰ সান্নিধ্যত সোৱাদ পাব। বন্দনাই মোক বিচাৰিব দিনে দিনে, বিচাৰিব মনে প্ৰাণে উন্মুক্ত হৈ, অবাধ হৈ। তাৰ পিছত?

তাৰ পিছত এদিন বন্দনাৰ গৰ্ভত কোনোবা অজানাই ভুমুকি মাৰিব। বন্দনাৰ গৰ্ভত এক বিপুল আতঙ্কৰ সৃষ্টি হ'ব। ঠিক হ'ব—ঠিকেই হ'ব। বন্দনাৰ মনত ধুমুহাৰ সৃষ্টি কৰিমেই মই। এই নতুন ৰামলাল মহাজনৰ পাপৰ তেজেৰে বন্দনাৰ জীৱন কলঙ্কিত হ'ব। গৰ্ভত ন-অঙ্কুৰিত কোনো অজানাৰ সম্ভেদ পোৱাৰ মুহূৰ্ত্তৰ পৰাই বন্দনাৰ মন আতঙ্কত কঁপি উঠিব। তাৰ পিছত এদিন বন্দনাই উপায়হীন হৈ আইজনীৰ দৰে আত্মহত্যা কৰিব।………

এতিয়া মই বন্দনালৈ অপেক্ষা কৰিছোঁ। বন্দনাৰ সুকোমল দেহ, প্ৰাণ আৰু আত্মাৰ ধ্বংসলীলাৰ লোভত মই, এই নতুন ৰামলাল মহাজনে কালান্তক মূৰ্ত্তি ধাৰণ কৰিছোঁ।



## বন্ধ্যা বেদনা

আগৰ দৰে আজিকালি মোৰ সন্ধিয়া ফুৰিবলৈ মন নাযায়। দিনৰ দিনটো প্ৰেছত এটা এটাকৈ আখৰ মিলাই, মনটো কেনিও ক'তো ইফাল সিফাল নকৰাকৈ বহি থাকোঁতে যিমান ভাগৰ লাগে তাক মোৰ লগৰ কম্প'জিটৰ প্ৰফুল্লহঁতেহে ভালকৈ বুজিব পাৰিব। সন্ধিয়া ঘৰলৈ আহি আকৌ ক'ৰবালৈ ওলাই যাবলৈ ধৈৰ্য্য থাকে ক'ত!

আজিও সেই একেই ভাগৰ। হওঁতে ফাগুনৰ মুকলি হৈ থকা সন্ধিয়াৰ আকাশখন দেখিলে—এবাৰ নৈৰ পাৰৰ পিনে ওলাই যাবলৈ একেবাৰে মন নোযোৱা নহয়। এবাৰ কাপোৰ সাজ পিন্ধি যাবলৈ ওলাইছিলোঁও। কিন্তু পছলিটো পাৰ হ'বলৈ ধৰোঁতেই বুকুখনৰ বিষটো উঠা যেন লাগিল। এই বিষটোৱে আৰু মোক নেৰে! চাওঁতে চাওঁতে আজি চাৰি মাহমানেই হ'ল, বিষটো বাঢ়িহে আহিছে। কেতিয়াবা এনেকুৱা লাগে যেন শিল এছটাৰে কোব দি বুকুখন ভাঙ্গিহে পেলাম! কেতিয়াবা আকৌ কেঁচুৱাৰ দৰে বিচনাত

বাগৰি বিষটোৰ অসহ্য তাড়নাত ছটফটাই থাকোঁ। কান্দিবলৈয়ো বাকী নাই। মাজে মাজে ঈশ্বৰক খাটোঁ।—হে ঈশ্বৰ, এনেকৈ জীয়াই ৰখাতকৈ মাৰি পেলোৱা। এনেকুৱা অসহায়ৰ মুহূৰ্ত্তত আইলৈ মনত পৰে। আইৰ লগতে সেউতীলৈয়ো মনত পৰে।

যেতিয়া আই আৰু সেউতীৰ কথা মোৰ মনত পৰে, তেতিয়া আন একো কথা মোৰ মনত নপৰে। আই আৰু সেউতীৰ কথা মনত পৰিলে মই মোৰ বুকুৰ বিষটো পাহৰি যাওঁ। অকল বিষটোকেই পাহৰোঁনে? গোটেই পৃথিৱীখনকেই মই পাহৰি যাওঁ। আই আৰু সেউতীৰ অবিহনে……

আজি কামৰ পৰা আহি মুখ হাত ধুই, পানী অকণ তপতাই ফিকা চাহটোপা খোৱাৰ পিছত কাপোৰ সাজ পিন্ধি নৈৰ পাৰৰ পিনে এবাৰ ফুৰি আহোঁগৈ বুলি ভাৰিছিলোঁ। পিছে পদুলিটো পাৰ হবলৈ ধৰোঁতেই বুকুখনত বিষটো উঠাৰ নিচিনা লাগিল। উভতি আহিলোঁ। উভতি আহি বাহিৰৰ বহল পিৰালিটোতে চকী এখন আনি ভৰি দুটা কোঁচাই হাত দুখনেৰে বুকুখন হেঁচি ধৰি বহি থাকিবলৈ চেষ্টা কৰিলোঁ।

তাৰ পিছত এতিয়া এয়া ফাগুণ মহীয়া ফিৰ্‌ফিৰিয়া বতাহবোৰে মোৰ গাটো বাৰে বাৰে আক্ৰমণ কৰিছে। মোৰ লগৰ ল'ৰাবোৰে এই বতাহৰ মোহ এৰিব নোৱাৰি হয়তো এই মুহূৰ্ত্তত নৈৰ পাৰলৈ ফুৰিবলৈ গৈছে। কিন্তু মোৰ দশা হ'ল কি! বতাহবোৰে মোৰ বুকুখনত বাৰে বাৰে খুন্দিয়াইছেহি কিয়? উস্ ভগৱান, মোৰ বুকুখন বিষটোৱে দহি পেলাব এতিয়া—! মই কি পাপ কৰিছিলোঁ আই? সেউতী—মই, মই—কি পাপ কৰিছিলোঁ ক, ক—সেউতী……

লাহে লাহে মই এতিয়া বেছি অৱশ হৈ পৰিছোঁ। বিষটোৰ যান্ত্ৰণাত অলপ সময় ছটফটাই থকাৰ মূৰত মই যেতিয়া অতি ক্লান্ত হৈ পৰোঁ, তেতিয়া মোৰ সেউতীৰ লগত কথা পাতিবলৈ মন যায়। তাইৰ লগত এনেকুৱা মুহূৰ্ত্তত মই নিতৌ কথা পাতোঁ। তাই একো নকয়। তাই মোৰ মনৰ মাজত বোবা হৈ বৈ থাকে।

নহয় জানো সেউতী? আজিও তোৰ লগত কথা পাতিবলৈ মোৰ বৰ মন গৈছে। বাৰু তই শুন। এই কেদিন বুজিছ আমাৰ প্ৰেছত কামৰ বৰ হেঁচা পৰিছে। নিৰ্ব্বাচন পালেহি নহয়—প্ৰেছবোৰত সেইদেখি ঢেৰ ভোটাৰ তালিকা ছপা কৰা হৈছে। আমাৰ প্ৰেছতো। গতিকে, তই চাগৈ অনুমান কৰিব পাৰিছই—আমাৰ এতিয়া কামৰ কিমান হেঁচা। প্ৰেছত কাম বাঢ়িছে, সেই বুলিয়ে তোৰ পৰা এতিয়া বিদায় ল'ব খুজিছোঁ বুলি নাভাৰিবি আক'। তোক এতিয়াই কেনৈ বিদায় দিম! আজি তোৰ লগত বহুত কথা পাতিম। যদি তই এতিয়া ধান বানি আছ তেনেহলে ৰ'বি, তাহানি তই সান্দহ ভাজি থাকোঁতে যে মনে মনে গৈ পিছফালৰ পৰা তোৰ খোপাটোত ধৰি জোকাৰি দিছিলোঁ, আজিও তোক সেইদৰে টান মাৰি আনি তহঁতৰ পাছফালৰ পিৰালিটোত মোৰ কাষতে বহুৱাই লৈ মনৰ বহুত কথা ক'ম। খং উঠিব নেকি তোৰ? তোৰ খং উঠিলেও উঠক। কিয় তোৰ জানো মনত নাই? এদিন দুপৰীয়া তই তাত বৈ আছিলি। মই যে মনে মনে পিছ ফালৰ পৰা গৈ তোৰ চকু দুটা হাত দুখনেৰে টিপি ধৰিছিলোঁ? তেতিয়া তোৰ হাতৰ পৰা মাকোটো এৰাই গৈ কেবাদালো সূতা ছিঙিছিল। হাত দুখন এৰি দিয়াৰ পিছত মই যে তোক সুধিছিলোঁ—"খং উঠিছেনেকি?" তেতিয়া তই মোৰ ফালে কটাহি নকৰি চকু কিটা পোন্দোৰা কৰি ছিঙা সূতাবোৰ জোৰা লগাবলৈ লৈছিলি। তোৰ মূৰ্ত্তিটো দেখি ময়ো যে এখোজ এখোজকৈ আঁতৰি আহিছিলোঁ? তেতিয়া বাৰু তই কি কৈছিলি? তেতিয়া দেখোন তয়ে কৈছিলি—"নাই উঠা খং বাৰু, নেযাবা ধন্টি ককাইদেউ।"

তেনেহলে তোক এতিয়া আৰু মই সোনকালে এৰি নিদিছোঁ।

তোক বহুত কথা ক'ম। তই মাথো মোৰ কথাবোৰ শান্ত ছোৱালী এজনীৰ দৰে মূৰ তুপিয়াই তুপিয়াই শলাগি যাবি। মাজে মাজে সাধাৰণ কথাতে ৰহস্য পাই মোৰ মুখলৈ তভক মানি চাই থাকিবি। এদিন তেনেকৈ মোৰ চকুলৈ চাই থাকোঁতে, তোক মই কি কৈছিলোঁ বাৰু? মনত আছে জানো তোৰ? শুন, তোক কৈছিলোঁ—"সেউতী, তোৰ চকু দুটা মুদি দেছোন।" তই হতভম্ব হৈ সুধিছিলি—"কিয়"? তোৰ প্ৰশ্নটোৰ উত্তৰ বাৰু মই কি বুলি দিছিলোঁ? তই চাগে ইমানদিনে সেইবোৰ কথা মনত ৰখা নাই। ময়ে বাৰু মনত পেলাই দিওঁ শুন। মই কৈছিলোঁ—"তোৰ চকু দুটা বৰ ধুনীয়া, তোৰ চাৱনিটো দেখিলে মোৰ মন পমি যায়।" মোৰ কথাষাৰ শুনি চাগৈ তোৰ গাল দুখন ৰঙা পৰি গৈছে। তেনেকৈয়ে এবাৰ তোৰ গাল দুখন ৰঙা পৰি যাওঁতে—মই বাৰু কি কৰিছিলোঁ? তোক আঁকোৱালি লৈ তোৰ গাল দুখন আৰু ৰঙা কৰি—আলফুলকৈ দুটা চুমা খোৱা নাছিলোঁ নে?—

তাৰ পাছত শুন। শুনি নেকান্দিবি আক'। ধেৎ আঁকৰীজনী, নেকান্দিবি। মোৰ নিচিনা মানুহৰ এনেকুৱা হয়েই। এনেকুৱা মানে? এনেকুৱা মানে আৰু কি হ'ব? আজি সাতোটা বছৰৰ আগত মোৰ যিখন বুকুত মুখ গুজি তই শান্তি পাইছিলি, সেইখন বুকুত এতিয়া অকনো মঙহ নাই। কেৱল হাড়। হাড় বুলিনো কৱ কেনেকৈ! হাড়বোৰো চাগৈ পচি গ'ল! ইপিনে আজি চাৰি মাহ ধৰি বিষ। বিষত আৰু কিমান দিন ছট্‌ফটাম সেউতী? বুজিছ, মোক বুকুৰ বিষটোৱে কেতিয়াবাই মাৰি পেলালেহেঁতেন নতুবা ময়েই আপোনঘাতী হ'লোঁহেঁতেন। কিন্তু এই পৃথিৱীখনত অকমান দায়িত্ব থাকি গ'ল মোৰ। ক্ষুদ্ৰ ঘৰখন আৰু দেউকন দদাইৰ মাজুটো লৰা—মহেন্দ্ৰৰ প্ৰতি মোৰ দায়িত্ব নথকা হ'লে ইমান দিনে এনেকৈ তিল্ তিল্‌কৈ যান্ত্ৰণা ভুগি নাথাকিলোঁহেঁতেন।

বাৰু সেউতী, কচোন, মোৰ এই শুকান-মুকান চেহেৰাটো দেখিলে



তোৰ ঘিণ লাগিবনেকি? নহয়, নহয়, সেউতী তই মোক ঘিণ নকৰিবি। তই ঘিণ কৰিলে মই আৰু জীয়াই থাকিব নোৱাৰোঁ। মোৰ কিয় এনে অৱস্থা হ'ল—কওঁ শুন: এই পৃথিৱীখনত মোৰ নিচিনা মানুহৰ অৱস্থা এনেকুৱাই হয়। এবেলি তোৰ দেউতাৰে কোনোবা ধান-কলৰ মালিকক ধান বেচি ৰূপ তিনিকুৰি পাওঁতে তই মোক বাহাদুৰি কৰি কৈছিলি—"ধন্টি ককাইদেউ, এইবেলি কলেজৰপৰা বন্ধত আহোঁতে মোলৈ পাটৰ সূতা অলপমান লৈ আহিবা দেই। তোমাক পইচা আজিয়েই কিমান লাগে দিম।" তেতিয়া মই কৈছিলোঁ—"আও বৰ কোব দেখোন। তোলৈ ককাৰে বৰপেৰাত ঢেৰ ধন সাঁচি থৈ গৈছে চাগে।" মোৰ কথাষাৰ শুনি তোৰ খং উঠিছিল হ'ব পায়। সেইকাৰণেহে তই কৈছিলি—"তুমি আমাক বৰ দুখীয়া বুলি নেভাবিবা। কালি দেউতাই ধান বেচি কিমান পাইছে জানা? নগদ তিনি কুৰি টকা।"

অৰ্থাৎ ৰূপ তিনি কুৰি পাই এদিন তহঁতৰ বহুত সম্পত্তি পোৱাৰ নিচিনা লাগিছিল। মই এতিয়া কিমান পাওঁ জান? এতিয়া মই মাহে চাৰি কুৰি টকা পাওঁ। কেতিয়াবা বেছি সময় খাটিলে এশ টকা পৰ্য্যন্ত হয়গৈ। তাৰে ডেৰ কুৰি টকা ঘৰলৈ পঠাওঁ। বাকী আঢ়ৈ কুৰি টকাৰে নগৰ এখনত তিষ্ঠি থকাটো কিমান টান কথা তইতো বুজিব নোৱাৰ! মোৰ বুকুৰ বিষ আৰু জকাৰ আকাৰ লোৱা গাটোৱেই তোক সেইকথা বুজাই দিব। এটা মানুহ হোৱা হলেও কেনেবাকৈ চলিলোহেঁতেন! কিন্তু দেউকণ দদাইৰ মাজুটো লৰা—মহেন্দ্ৰক পঢ়োৱাৰ দায়িত্বও মোৰ ওপৰত। মই যেতিয়া পঢ়িছিলোঁ তেতিয়া দেউকণ দদায়ে মোৰ কাৰণে কম কষ্ট কৰিছিলনে! ক'ৰবাত কোমোৰা এটা, কেৰেলা দুটামান লাগিলেও ছিঙি নি হাটত বেচিবগৈ। খুড়ীয়ে নিজলৈ বুলি বোৱা চেলেং কেইখনৰ দুখনমান নি মৌজাদাৰৰ ঘৰত বেচিবগৈ! মহাজনৰ ঘৰত খৰি ফালি পোৱা পইচা কেইটাও মোৰ কাৰণে সাঁচি ৰাখিব। এনেকৈয়ে কষ্ট

কৰি দেউকণ দদায়ে মোক লিখিবলৈ পঢ়িবলৈ শিকালে। এতিয়া মই মহেন্দ্ৰক পঢ়োৱাৰ দায়িত্ব নল'লে উচিত হবনে? তাক মানুহ কৰাব পাৰিলে বুজিছ—মোক আৰু একো নেলাগে। নহয় সেউতী, মোক এটা বস্তু লাগিব। সেই বস্তুৰ অবিহনে মই যে থাকিব নোৱাৰোঁ·····। সেই বস্তুটো কি জান? শুনিবিনে? শুনিলে তোৰ লাজ লাগিব কিজানি। তোৰ লাজ লাগিলেও লাগক, তথাপি কওঁ শুন: সেই বস্তুটো আন একো নহয়। তই,তয়ে সেই বস্তু, তোৰ অবিহনে মোৰ সকলো মিছা, সকলো মিছা সেউতী······

*                    *                    *

এতিয়া আন্ধাৰ হৈছে। কাষতে সেউতী আছে বুলি আকৌ কিবা এটা ক'বলৈ বিচাৰিছিলোঁ। নাই, কোনো নাই। কেৱল আন্ধাৰ। লাহে লাহে ডাঠ হৈ অহা এই আন্ধাৰবোৰ মাথো···

আকৌ এবাৰ বতাহৰ নিদাৰুণ স্পৰ্শত বুকুৰ বিষটো অসহ্য হৈ উঠিল। মনে মনে ভাবিলোঁ—সেউতী জীয়াই থকা হ'লে এই বিষ কেতিয়াও নহ'লহেঁতেন। যোৱা বছৰেই, হয় যোৱা বছৰেই টান বেমাৰত সেউতীৰ মৃত্যু হ'ল।

———



## এতিয়া ভাগীৰথী শুইছে

এতিয়া ভাগীৰথী শুইছে। এতিয়া সকলো শুইছে। চৰাই-চিৰিকতি, তৃণ-লতা, বন, নৈ, পাহাৰ সকলো শুইছে। কেৱল সাৰে আছে, যেন মোৰ এই টোপনি ধিয়াই থকা প্ৰাণটোহে। ভাবিলে আচৰিতেই হওঁ—ইমানদিন কেনেকৈনো মই সাৰে থাকিব পাৰিছোঁ!

নাই নেভাবোঁ; একো কথাই নেভাবোঁ চাম্‌চুল। ৰজনী, ভাই তোৰ কথাও আৰু নেভাবোঁ। এতিয়া ভাগীৰথী শুইছে। মোৰো মন গৈছে একেবাৰে শুই থাকিবলৈ। একেবাৰে শুই নেথাকিলে এদিন নহয় এদিন তাইক আচল কথাটো ক'বই লাগিব। নহয়, তাইক কথাটো মই কেতিয়াও ক'ব নোৱাৰোঁ। তাই শুইছে। —শুই থাকক। তায়ো যদি একেবাৰে শুই থাকিলেহেঁতেন।···

আহঁতজোপাৰপৰা নিয়ঁৰৰ টোপালবোৰ তপ্‌ তপ্‌কৈ মাটিত পৰিছে। পৰা হ'লে ময়ো কান্দিলোহেঁতেন। কিন্তু কান্দি লাভ কি? হোৱা কথা হৈ গ'ল, এদিন আমাৰো একেই হ'ব, ভাগীৰথীৰো।···

এতিয়া পৃথিৱীখন শুইছে। আনকি সৌ আকাশখনো। কেৱল সাৰে আছে মোৰ এই কোড্ডা মনটো আৰু এই জুইকুৰা। বাকী সকলো শুই থাকক, গোটেই বিশ্বখন কাঁহ পৰি জীণ যাওক। মই জুইকুৰাৰে সৈতে সাৰে থাকোঁ; এনেকৈ সাৰে থাকি এদিন একেবাৰে অসাৰ হৈ যাম। অ' চামচুল, ময়ো অসাৰ হৈ যাম।

এতিয়া একো নেভাবোঁ। সৌ আহঁতজোপাৰ তলৰপৰা কেইখিলামান শুকান পাত বিচাৰি আনি কালি আধা পোৰা হৈ থকা খৰিডাল জ্বলাবলৈ চেষ্টা কৰোঁ। অকণমান তাপ পালে গাৰ বিষবোৰ কিঞ্চিৎ সাম কাটিব। নিজে গাটো সেকি-পুতকি নল'লে কাইলৈ দিনৰ দিনটো কামত লাগি থকাইচোন টান হব। এৰা, কাইলৈনো কামলৈ যাওঁ কোনটো ধৈৰ্য্যৰে। ৰজনীক বিচাৰি ফুৰিব লাগিব। দীপলালটো আহি কাষতে মন মাৰি ৰহি থাকিলে আকৌ ৰজনীৰ সুহুৰিবোৰ শুনিবলৈ মন যাব। পোহৰ নৌ-হওঁতেই সি মৃগেন ঠিকাদাৰৰ ল'ৰীখন চলাই আনি এইখিনি পাবহি লাগে। এই কেদিন কামৰো যি হেঁচা পৰিল শোৱন-খাৱন আটাইৰে কমিল। সিও এই কেদিনতে লেটেড্ডাটো হৈ পৰিল। আন্ধাৰ হোৱাৰ পাছতহে সি পঞ্চলিশ মাইল নিলগৰ নগৰখনলৈ ওভতে। আকৌ কুকুৰাই ডাক নৌ-দিওঁতেই আহি এইখিনি পাবলৈ ৰাতি দুপৰতে উঠি গাড়ীখনৰ ইঞ্জিন-চিঞ্জিনবোৰ থানথিত্ লগাই নললে হয়নে! এৰা, বেয়া লাগে, মনত পৰিলেই বুকুখন ফাটি যাব খোজে। ৰূপ তিনি কুৰিৰ লগত দেহাটো সি মাটি কৰিলে। দিনৰ দিনটো ইমান খাটনি, ইপিনে খায়নো কিটো! বৃন্দাবনৰ দোকানত দাইলৰ পানীটোপা আৰু আলুগুটিৰ ভজাখনেৰে ভোকত ভাতগাল খালেই গাত তেজ থাকেনে? পৰহি ভালেটিহে বেচেৰাই ভাগীৰথীক কৈছিল—তাৰ বুকুৰ হাড়কেইডাল দেখি তাই যেন তাক আৰু কেতিয়াও 'জকা' বুলি নোজোকায়। তেনেকৈ তাই জোকাই থাকিলে তাৰ বৰ খং উঠে। তাৰ বুকুৰ হাড়কেইডালেহে তাই দেখিলে, হাড়কেইডালে ঢাকি থোৱা কলিজাখন হ'লে নেদেখিলেই। কথাষাৰ শুনি ভাগীৰথীৰ মনটো মৰি গ'ল। গধূলি তাইৰ মুখখন আন্ধাৰ যেন দেখি সুধিলোঁ—হেৰ' আই, তোৰনো, আজি কি হ'ল হয়নে?



ভাগীৰথীয়ে কথাষাৰৰ একো উত্তৰ নিদিলে। তাই কথা এটা ক'লে মন দি শুনা বিধৰ ছোৱালী; কথাটো মন দি শুনি কিবা এষাৰ খাপ খোৱাকৈ কোৱা বিধৰ ছোৱালী; কথাষাৰ শুনি আৰু কথাষাৰ কৈ ততালিকে পাহৰি পেলোৱা বিধৰ ছোৱালী। এনেহেন ছোৱালীজনীয়ে যেতিয়া কথাষাৰৰ উত্তৰ নিদিলে তেতিয়াই মই বুজিলোঁ—তাইৰ মনটো বাৰু নহয়। তাইৰ মনত আজি কিহবাৰ দাগ লাগিছে।

তাইৰ মনটো মৰা—ইমানকে ভাবি একো নোকোৱাকৈ ময়ো আঁতৰি আহিলোঁ। পিছে, আচল কথাটো ভাত খাবলৈ বহোঁতেহে ওলাল। আনকালৰ দৰে কাঁহীখনত ভাত বাঢ়ি মজিয়াত পাৰি থোৱা পীৰাখনৰ মুখত থৈ তাই মোক মাত দিলে—"মোমাই, ভাত দিলোঁ আহা।" মাতষাৰ শুনি জুইকুৰাৰ ওচৰৰপৰা ভিতৰলৈ সোমাই গ'লোঁ। গাৰ চাদৰখন তাইৰ হাতত দি কলোঁ—"এইখন সৌ পাটিটোৰ ওপৰতে থৈ দেচোন আই।" চাদৰখন তাই হাতত লৈ মোৰ উদং বুকুখনলৈ চালে।

তাইনো মোৰ উদং বুকুখনলৈ কিয় চালে—তাক দকৈ গমি-পিতি নাচাই পীৰাখনত বহিবলৈ যত্ন কৰিলোঁ। এবাৰ খিয় হোৱাৰ পাছত আকৌ ক'ৰবাত বহিবলৈ হ'লে কঁকালটো বৰকৈ ধৰে। এতেকে বহোঁতে মেলোঁতে অলপ সাৱধান হ'বলগীয়া হওঁ। মোৰ বহোঁতে হোৱা এই কষ্টখিনিও তাই ভালকৈ লক্ষ্য কৰা যেন দেখিলোঁ। আনকালে এনেকৈ তাই মোৰ ফালে মন নিদিয়ে—আজিনো আক' তাইৰ এই বুঢ়া মোমায়েকটোলৈ কি মায়া উপজিল! এই ছোৱালীজনীক মোৰ তেজৰ সম্বন্ধত ভাগিন ছোৱালী বুলি কৈ মিছা মাতিব নোৱাৰোঁ। আচলতে তাই মোৰ নিজৰ ছোৱালীৰ দৰেই।

তাইৰ কথা মনত পৰিলেই—লগতে ঢেৰ কথা মনত পৰে। তাহানিখন ককাইটিৰ লগত সামান্য কথা এটাতে লাগি ঘৰৰপৰা ওলাই আহি নগৰ পায়েই প্ৰতিজ্ঞা কৰিলোঁ—ইঃ ইমান সুন্দৰ ঠাই এইখন, ইয়াক এৰি আকৌ সেই বেতবনীয়া গাৱঁলৈ গৈ ককাইটিৰ গালি-শপনি খাবলৈ যেন কেতিয়াও মোৰ মতি নহয়। বৌজনীও বৰ বাৰু তিৰোতা নহয়। আই ঢুকালে, ভাবিছিলোঁ—তেৱেঁই মোৰ আই। পিছে কথা ওলোটাহে হ'ল। তেওঁ অহাৰ দিন ধৰি কণমান সময়ো শান্তিৰে থাকিব নোৱাৰা হ'লোঁ। ৰাতিপুৱাৰপৰা গধূলিলৈকে মোক হুচ্ নিদিয়া হ'ল। চতুৰ্থমান পাওঁতেই স্কুলৰপৰা নামটো কটাই দিলে। ইপিনে পাঁচ পুৰাকৈ মাটি চহাই মৈয়াই ডাঙৰী কঢ়িওৱালৈকে গোটেইখিনি কাম মোৰ কান্ধতেই জাপি দিলে। অঁ, মোৰো কান্ধলৈ বল আহিল যেতিয়া কৰিবই লাগিব। খেতিয়কৰ পোৱালী হৈ খেতি-বাতি নকৰিলে কোনে খুৱাব। পিছে ককাইটিয়ে কেতিয়াবা লাগি-ভাগি দিব লাগে তেহে ভাল লাগে। আন নেলাগে তেওঁ গোহালিৰপৰা গোবৰ এচপৰা অঁতাবলৈও টান পোৱা হ'ল। ৰাতি গৈ পথাৰত মই খোকা পাতিবগৈ লাগে, টোকনি পুখুৰীটো মই সিচিবলৈ লাগে—কিন্তু ভাতৰ পাতত বহিলে দেখিবা কাঁইটকিডালহে। হেৰ', নিজৰ দেওৰটো, ইমান নিৰ্দ্দয় হ'ব লাগেনে! বাৰু তোমালোকেই খোৱা—মনে মনে থাকা। মোক অকণমান শান্তিৰে থাকিবলৈ দিয়া। সেইপিনেও নাই, ভাতৰ পাতত বহিবা —সিফালে ইজনীয়ে মোৰ বিপক্ষে কিমাননো বকলা নেমেলিব! ককাইটিয়েও সেই হোৱাই-নোহোৱাই তিৰোতাৰ কথা শুনি ঢকিয়াই-ভুকুৱাই মোৰ মূৰটো দগা কৰিলে। সেইদেখি এদিন সামান্য কথা এটাতে লাগি খঙৰ ভমকতে গাওঁ এৰি নগৰ ওলালোঁহি।

নগৰখন বৰ ভাল লাগিল। চাৰিওপিনে বিজুলী বাতি। ৰাতিয়েই নে দিনেই তৰকিবই নোৱাৰি। মনে মনে প্ৰতিজ্ঞা কৰিলোঁ গাৱঁলৈ আৰু কেতিয়াও ঘূৰি নেযাওঁ। ছুদিনমান, ভগৱন্তৰ



কৰুণাই হবলা, পৰিমল বাবুৰ হোটেলখনতে লগুৱাৰ কাম কৰিলোঁ। এৰা, পৰিমল বাবুলৈ মনত পৰে। মানুহটোৱে মোক যে কিমান মৰম নকৰিছিল! তেৱেঁই এদিন মোক জাহাজ ঘাটত দিন হাজিৰা এটা গোটাই দিলে। জাহাজ ঘাটৰ দিন হাজিৰা পাই মই আফ্‌জল্ নামে জাহাজৰ খালাচী এটাৰ সহায়ত চামচুলৰ ঘৰটোতে থাকিবলৈ ঠাই অকণ পালোঁ। চামচুলেও মোৰ দৰে জাহাজ ঘাটত দিন-হাজিৰা মাৰে। তাৰ কথা মনত পৰিলেই মোৰ বৰ বেজাৰ লাগে।

চামচুলৰ জীৱনটো ভয়ংকৰ। অসমলৈ অহাৰ আগতে তাৰ ঘৰ ভাটীত আছিল। ভাটী দেশত বোলে জমিদাৰবোৰ বৰ নিষ্ঠুৰ আছিল। চামচুলৰ বাপেক এজন জমিদাৰৰ খেতিয়ক দাস আছিল। এদিন ঠিকমতে শস্য চমজাই দিব নোৱাৰাত জমিদাৰে চৰ্দ্দাৰ লগোৱাই তাৰ বাপেকক মৰিওৱাই মাৰি পেলালে। বাপেক মৰাৰ পাছত মাকে তাক লৈ অসমলৈ আহে। মাকো আক' অসম নৌ-পাওঁতেই বাটতে সন্নিপাত জ্বৰ হৈ মৰি থাকে। সি কোনোমতে ছুজনমান মানুহৰ সহায়ত আহি এই নগৰখন পায়হি। নগৰত প্ৰথমতে ছুদিন-মান খুজি-মাগি চলাৰ পিছত সি এই জাহাজঘাটতেই মাল-বস্তু কঢ়ি-ওৱা বনুৱা হয়। তাৰ কথা ক'বলৈ গ'লে ঢেৰ। তাৰ কলিজাখন মানুহৰ, ককাইটিৰ দৰে ভূতৰ নহয়। এই নগৰখনত ময়ো প্ৰথমতে কম বিপদত পৰা নাছিলোঁ। সিয়েই মোক সকলো বিপদৰপৰা ৰক্ষা কৰিলে।

এবেলি মোৰ ডাঙৰ আই ওলাল। চামচুলে মোক তেতিয়া যিমান শুশ্ৰূষা কৰিলে মোৰ নিজৰ মানুহ এজনী থকা হ'লেও হয়তো সিমান কৰিব নোৱাৰিলেহেঁতেন। পকি যোৱা ঠাইবোৰত গাৰ কানিবোৰ এঠাত লগাৰ দৰে লাগি গৈছিল। মোৰ নিজৰে দেখি বেয়া লাগিছিল। চামচুলে নিতৌ মোৰ গাৰ চোলাটো খুলি আন এটা চোলা পিন্ধাই দিয়ে। আকৌ সেইবোৰ ধুই মেলি দিয়ে।

তাৰোপৰি ধূপ-ধূনা লগাই, কোঠাটো মচি-কাচি সি নিতৌ নিয়াৰিকৈ ৰাখিছিল। খাবলৈ উপযুক্ত বস্তু সময়মতে দিছিল। কেনেবাকৈ মই ৰাতি কষ্ট পাওঁ বুলি সি আটাইকেউদিন মোৰ কাষতে বহি উজাগৰে কটাইছিল। সেই কেইদিন সি কামো খতি কৰিছিল। দিন-হাজিৰা মৰা মানুহৰ এদিন কাম খতি কৰাটো কিমান লোক-চানৰ কথা তাক সকলোৱেই জানে। মই ভাবোঁ, চামচুলৰ অসুখ হোৱা হ'লে তাৰ দৰে জানো প্ৰতিপাল কৰিব পাৰিলোহেঁতেন! মোৰ অসুখত খাবলৈ দিবলৈ দামী ফল-মূল কিনিবৰ কাৰণে সি কাৰোবাৰপৰা টকা ধাৰলৈ লৈছিল। অসুখ ভাল হোৱাৰ পাছত মই যেতিয়া সুধিলোঁ—সিনো খৰচ কৰিবলৈ ইমানবোৰ পইচা ক'ৰপৰা পালে, সি তেতিয়া উত্তৰ দিলে—তাৰ ঢেৰ সাঁচতীয়া টকা আছে।

এয়ে চামচুল। উস্, তাৰ কথা মনত পৰিলেই মোৰ দুখ লাগে। আগতে ভাবিছিলোঁ পৃথিৱীত ঈশ্বৰ আছে। ঈশ্বৰে বিপদত সকলোকে দয়া কৰে। কিন্তু চামচুলৰ জীৱনৰ শেষ দিনকেইটাত মোৰ ঈশ্বৰলৈ ঘিণ লাগিছিল। ভাবিছিলোঁ—যদি কেনেবাকৈ এই পৃথিৱীত ঈশ্বৰ আছে তেনেহলে তেওঁ আমাৰ কাৰণে নাই, তেওঁ আমাৰ কাৰণেও থকা হ'লে চামচুলৰ তেনে শাস্তি নহলহেঁতেন। ঈশ্বৰলৈ ঘিণ লাগিছিল যদিও মোৰ বুকুত সাহস আৰু ধৈৰ্য্যৰ অভাৱ হোৱা নাছিল। বহুদিন ধৰি কাহি কাহি এদিন যেতিয়া চামচুলে ভাতৰ কাঁহীখনতে তেজ বতিয়ালে তেতিয়া কি কৰোঁ কি নকৰোঁ ভাবি কেউফালে ধুৱঁলী-কুঁৱলীখন দেখিলোঁ। প্ৰথমতে লগ পোৱা সেই হৃষ্ট-পুষ্ট চামচুলটোৰ এতিয়া এই জকাপ্ৰায় দেহাটোৱে আৰু কিমান কষ্ট-সহ্য কৰিব। তথাপি ডাক্তৰখানালৈ নি তাক ঔষধ খাবলৈ দিলোঁ। ঔষধবোৰ খালেও সি বতিয়াই দিয়ে—ঔষধৰ লগতে তেজো। এদিন চামচুলৰ বুকুৰ তেজৰ লগতে তাৰ অতি মৰিময়াল প্ৰাণটোও ওলাই গ'ল।



চামচুল গ'ল। দুদিনমানলৈকে ভাবিলোঁ—চামচুল আকৌ আহিব হ'ব পায়। কেঁচুৱা লঁৰাৰ নিচিনাকৈ চামচুল আহিব বুলি ভাবি থকা সত্তেও যেতিয়া চামচুল আৰু নাহিল, তেতিয়া মোৰ নিজকে বৰ অকলশৰীয়াৰ নিচিনা লগা হ'ল। ৰাতি বিচনাত পৰি ভাবোঁ, ভাই চামচুল, তই সপোনতে মোক দেখা দে। মই তোক বৰ ভাল পাইছিলোঁ। তোৰ অবিহনে মোৰ জীৱনটো একেবাৰে উদং, একেবাৰে উকা। এইবোৰকে ভাবি শেষত কোনেও ক'ব নোৱাৰাকৈ কান্দি পেলাওঁ। কান্দি কান্দিয়েই টোপনি যাওঁ।

চামচুল আৰু নাহিল। চামচুল একেবাৰে আঁতৰি যোৱাৰ পাছত আৰু এটা বন্ধুৱাৰ লগত মোৰ চিনাকি হৈছিল। তাৰ নামটো ৰামঅৱতাৰ। বিহাৰৰপৰা অহা ৰামঅৱতাৰক মোৰ ভাল লাগিছিল। তাৰ অনবৰত ৰামায়ণৰ পদবোৰ গাই থকা স্বভাৱটোও। আনকি পিঠিত পিয়ঁাজৰ বস্তাটো কেকো-জেকোকৈ ভাৰ বৈ ঘাটৰ-পৰা আনি লৰীখনত উঠাই দিয়াৰ সময়কণতো সি ৰামায়ণৰ কোনোবা এছোৱা গুণ-গুণাই আহে। থকা ঠাইৰ অসুবিধা হৈছে বুলি কোৱাত মোৰ ঘৰটোতে তাক থাকিবলৈ দিলোঁ। তাৰ লগত থাকি ভাতৰ পৰিবৰ্ত্তে ৰুটি বা কেতিয়াবা নাটনিৰ সময়ত চাতুগুৰি খোৱা, ৰামায়ণৰ পৰ্ব্ব শুনা আদিকে ধৰি মোৰ কেইবাটাও স্বভাৱ হ'ল। তাৰে ভিতৰত এটাৰ কথা ক'বলৈকে লাজ লাগে। মুঠতে ইমানকে কৈ থওঁ—জাহাজঘাটত আমাৰ লগতে কাম কৰা 'দেছুৱালী' মাইকী কেজনীৰে লগত ছেগ বুজি গৈ চুপতি মাৰি নাহিলে ভালকে নলগা হ'ল। ৰামঅৱতাৰৰ এটা ডাঙৰ গুণ আছিল—সি দুখ-বেজাৰনো কি, তাক নেজানেই। এবেলি খবৰ আহিল তাৰ তিনিবছৰীয়া লৰাটো মৰি থাকিল। খবৰটো পাই সি আনকি ভাত এসাজো লঘোন নিদিলে। পিছৰ দিনা তাৰ মুখত আকৌ সেই ৰামধুন, বন্ধুৱা মাইকীৰ লগত মুখ-চুপতি, একেই ৰামায়ণৰ পৰ্ব্ব ব্যাখ্যা।

ৰামঅৱতাৰ অদ্ভুত মানুহ। সি নিজৰ মাইকীজনীৰ কথাও

নেভাবে। সুধিলে কয় বোলে—'বেকাৰ' ভাবি কি হ'ব! আচল কথাটো কিন্তু বেলেগ। চামচুলৰ বাপেকৰ দৰেই সিও মাটিহীন, সিও এজন জমিদাৰৰ খেতিয়ক—দাস। পিছে তাৰে চলা টান। সেয়েহে এই 'আচামলৈ' আহি 'কমায়' কৰিছে। মাজে মাজে সি যেতিয়া "ৰূপইয়া" ডেৰ কুৰিমান 'ভেজে' তেতিয়া ঘৰত 'জনানাই' ভাবে 'আদমি হুচিয়াৰ'। এই ৰামঅৱতাৰো দুবছৰমানৰ পাছত এদিন দেশলৈ গুচি গ'ল।

তেতিয়া মই একেবাৰেই অকলশৰীয়া। এদিন নগৰত প্ৰদৰ্শনী মেলা হৈছিল। এনেয়ে পাক এটা মাৰি আহোঁ বুলি তোৰণখনৰ ওচৰ পাই দেখোঁ—ককাইটি, বৌ আৰু ল'ৰা-ছোৱালী দুটা। দেখি মোৰ বুকুখন চিৰিং কৰি গ'ল। সিহঁতে নেদেখাকৈ ততাতৈয়াকৈ ঘূৰি আহিলোঁ। সেইদিনা প্ৰথম বাৰৰ কাৰণে মনলৈ ভাব আহিল—ককাইটিয়ে যেনিবা মোক গালি-শপনি পাৰিলেই সেইবুলি ঘৰখন এৰি মই এনেকৈ দিন নিয়াব লাগেনে! লৰা-ছোৱালীহাল দেখিও এনেয়ে বৰ মৰম লাগিল। প্ৰদৰ্শনী মেলাৰপৰা উভতি আহিলোঁ সঁচা কিন্তু বাৰে বাৰে লৰা-পোনাহঁতক আকৌ চাবলৈ মনতে দেখোন হাবিয়াস হ'বলৈ ধৰিলে। তথাপি ঘৰ পাই বিচনাখনত যি ঢলি পৰিলোঁ পৰিলোঁৱেই, লৰচৰ কৰিবলৈ মন নগ'ল।

দুদিনমানলৈ মনটো বৰ বেয়া লাগি থাকিল। বেতবৰীয়া অৰ্থাৎ আমাৰ গাওঁখনলৈ ঘূৰি যাবলৈ সঘনে মনত উচ্‌পিচনি লাগি-বলৈ ধৰিল। ইপিনে নগৰখনো দিনক দিনে বেয়া লগা হৈ আহিল। নগৰৰ মানুহবোৰ দেখিলেও খং উঠা হ'ল। মই যিটো ঘৰত থাকোঁ তাৰ মালিকজন এজন ব্যৱসায়ী লোক। কেবাখনো দোকান আছে। দুখন মাল-বস্তু কঢ়িওৱা লৰীও আছে। এই মানুহটোও আচৰিত। ব্যৱসায়ৰ বাহিৰে এওঁ আন একো কথা নেজানে। চামচুল মৰাৰ দিনা কণমান সহানুভূতি দেখুৱাওক চাৰি তাৰ দিবলৈ থকা ঘৰৰ ভাড়াৰ বাকী টকা, সাতোটাৰ কথাহে মোৰ আগত বাৰে বাৰে



সোঁৱৰাই থাকিবলৈ আহিল। এই সংসাৰৰ বুকুৰপৰা তেওঁৰ নিচিনাই এটা মানুহ যে নাইকিয়া হৈ গ'ল, তেওঁৰ দৰেই মায়া মোহ থকা এটা মানুহ যে হেৰাই গ'ল তাক এই মানুহটোৱে খুদমানো গমি নেচালে। চামচুলৰ কথা দূৰতেই থাওক; নিজৰ গজ্‌গজ্‌কৈ উঠি অহা ডাঙৰ ভায়েকটো সিদিনা কিবা বেমাৰত মৰিল, তথাপি মানুহটোৱে যদি এটোপা চকুপানী টুকিলে! নগৰত থাকিলে মানুহ-বোৰ এনেকুৱাই হয়নেকি জানো! কোনেও দেখোন কাৰো খবৰ নলয়। আমাৰ ওচৰতে সৌ প্ৰিয়ধৰ মাষ্টৰৰ এদিনা মূৰৰ ঘূৰণি হৈ যাওঁ যাওঁ অৱস্থা। ঘৰত ডাঙৰ মানুহ নাই, অকণমান ল'ৰাটোৱেই গৈ ওচৰে-পাজৰে বহুতো মানুহক খবৰটো দিলেগৈ; তথাপি যদি মানুহ এজন গৈ মাত এষাৰকে দিলেগৈহেঁতেন! মইহে কথাটোৰ আলেঙে-আলেঙে ভু পাই ডাক্তৰক আনিবলগীয়া হ'ল। পিছে এই মাষ্টৰেও আজিকালি বাটত দেখিলে মাতষাৰকে দিবলৈ টান পায়। যেন জাহাজঘাটৰ কুলি এটাক মাতিলে তেওঁৰ নাকটো খৰাহে হ'ব। এই-খনেই হেনো নগৰ! ……তাকে ভাবোঁ বোলোঁ ইংৰাজী ভাষাত দুটামান কথা পতপতাব পাৰিলেই মানুহ বোলাব পাৰিনে!

নগৰৰ অভিজ্ঞতাই মোক আকৌ গাৱঁলৈ উভতি যাবলৈ সঁকিয়াই থাকিবলৈ ধৰিলে। গাৱঁতো বেয়া মানুহ আছে। ককাইটিৰ নিচিনা শিলৰ দৰে কঁঠুৱা মানুহৰ সংখ্যাও কম নহয়। সেইবুলি তাত মৰম-চেনেহৰ অভাৱ হোৱা নাই। নগৰৰ নিচিনাকৈ ডাঙৰ-সৰু ভাবটোও গাৱঁত কাচিতহে পোৱা যায়। নগৰত মানুহবোৰে ভিন্ ভিন্ কাম কৰে, অৱস্থাও ভিন্ ভিন্ হয়, মনো হয় কাৰোবাৰ গপত ওফন্দা, কাৰোবাৰ খাবলৈ নেপাই টুকিটাকি চলাৰ কাৰণে লেওসেও। গাৱঁত কিন্তু সৰহ ভাগ মানুহেই চহা; খেতিয়ক। সকলোৱেই হাল-কোৰ বাই জীৱন-যাপন কৰে বুলিয়েই হবলা তাত একতাৰ টঙালি-ডাল এতিয়াও ছিগি পৰা নাই। ইজন-সিজনৰ মিলা-প্ৰীতিও আঁতৰি যোৱা নাই। অন্ততঃ কাৰোবাৰ বেমাৰ-আজাৰ হ'লে,

বিপদ-আপদ হ'লে খবৰ-খাতি লওঁতা ঢেৰ ওলায়। আগৰ নিচিনা-কৈ বস্তু-বাহানিৰ উভৈনদীও নোহোৱা হ'ল সঁচা, সেইবুলি মানুহ-বোৰ প্ৰেম-প্ৰীতিৰ নিঃকিন হোৱা নাই।

এনেকৈ নগৰ আৰু গাৱঁৰ তুলনাকে কৰি কৰি দিনবোৰ নিয়া-ৰলৈ ধৰিলোঁ। তথাপি গাৱঁলৈ আৰু যোৱা নহ'ল। এদিন যাওঁ বুলি গৈ ৰেলৰ ষ্টেচন্‌টো পালোঁগৈ। পিছে—ৰেলখন অহাৰ লগে লগে তাৰ ঘচ্ ঘচ্ শব্দটোৰ লগতে ককাইটি আৰু বৌৰ কেটেৰা-জেঙেৰাবোৰো কাণত পৰাৰ দৰে লগাত জাহাজঘাটৰ বোজা কঢ়িওৱাই ভাল বুলি উভতি আহিলোঁ।

জাহাজঘাটৰ কুলি হৈ বহুত দিন এই পিঠিতেই বোজা কঢ়িয়ালোঁ। আনকি দ্বিতীয় মহাযুদ্ধখনো এনেকৈ বোজা কঢ়িয়াওঁতেই চাই শেষ কৰিলোঁ। এৰা, মনত পৰিলে দুখ লাগে। মিলিটেৰীৰ দিনত লোকে ধন আৰ্জ্জি পেৰা ভৰাই ল'লে। কিমান সমনীয়া ডাঙৰ মানুহ হৈ গ'ল! আমাৰ সোণাৰী চুকৰ দিগম্বৰটোৰ নিজৰ মাটি বুলিবলৈ মাত্ৰ দুহালিচা। তাকে চহাই মেলি কোনোমতে টিকি আছিল। পিছে মিলিটেৰীৰ দিনত শাক-পাচলি আৰু বাঁহ-বেতৰ ঠিকা মাৰি এতিয়া মানুহ গজ্‌গজীয়া হৈ পৰিল। কোৱা শুনিছোঁ বোলে তাৰ চেহেৰা-পাতি এতিয়া একোৰ চৰিছেহে। যোৱা বেলি গাওঁ পঞ্চায়তৰো সভাপতি হিচাবে নিৰ্ব্বাচিত হ'ল। ডাঙৰ ল'ৰা-টোৱে আৰুবেলি বি-এ পাছ কৰি এতিয়া বোলে এম-এ পঢ়ি আছে। আমাৰ আৰু সেই অনা দেলে। লোকে বিয়া-বাৰু পাতি নিজাকৈ ঘৰ পাতি ল'লে। মৰিলেও মুখত পানী এচলু ল'বলৈ পুতি-নাতিৰ মুখ দেখিলে। আমাৰ সেইবোৰ শুনিলে সমাজিক যেনহে লাগে। যেতিয়া নিয়াৰিকৈ ঘৰ এখন পাতিব লাগিছিল—তেতিয়া জাহাজঘাটৰ বোজা কঢ়িয়াওঁতেই যৌৱনটো পেঁপুৱা হ'ল। এতিয়া হওঁতে বয়স সৰহ হোৱা নাই। আঢ়েকুৰি মানহে হব পায়। পিছে কঁকাল পৰিলেই। ইপিনে গাটোতো কেওপিনে



বিষ। চুলিবোৰো পকি শুকান মৰাপাটৰ নিচিনা হ'ল। মোক দেখিলে চাগৈ ককাইটিহঁতে এতিয়া চিনিকে নেপাব। ককাইটিৰ ডাঙৰ ছোৱালীজনীৰ বিয়াত কেহৰামৰ মুখত গম পাই যাম বুলি ভাবিছিলোঁ। ককাইটিৰ ডাঙৰ ল'ৰাটোৱেও বোলে কলেজত নাম লগাইছে। পিছে, মই সেইখিনি গৈ পালেগৈ জানোচা সিহঁতে দদাই বুলি মাতষাৰ দিবলৈ লাজেই পায়। মযেনো বাৰু সিহঁতক দদায়েকটো বুলি চিনাকিটো কোনটো সাহেৰে দিওঁগৈ। এতেকে ভাবি-চিতি নোযোৱাটোকেই ঠিক কৰি পেলালোঁ।……

এতিয়া মই বুঢ়া হ'লোঁ। ভাল হ'ল। দুদিনৰ পাচতে সংসাৰ সাগৰৰপৰা পাৰ হলোহেঁতেন, লেঠা মৰিলহেঁতেন, পিছে এই বুঢ়াটোৰ ডিঙিত ওলমিবলৈ আহিল এই ভাগীৰথীজনী।

ভাগীৰথী সম্বন্ধত মোৰ একো নহয়। কিন্তু তাইক পাই মই সপোনৰ ঘৰখন বিচাৰি পোৱাৰ দৰে পাইছোঁ। ভাগীৰথীৰ গাত হেজাৰেই দোষ নেথাকক তাইৰ চকুদুটা মোৰ বৰ পবিত্ৰ যেন লাগে। তাইৰ হাঁহিটোও চালে মই কঁকালৰ বিষ, মূৰৰ কামোৰণি, পেটৰ জ্বলা-পোৰা—সকলো পাহৰি পেলাওঁ। তাকে ভাবোঁ—এই বুঢ়া বয়সত ঈশ্বৰেও ভাল ছোৱালীজনী গোটাই দিলে মোক।

ভাগীৰথী অহাৰপৰা মোৰ দুখ-কষ্ট বহুতো গুণে কমিছে। মই এতিয়া নিজেই ৰন্ধা-বঢ়া কৰিব নেলাগে। খৰি-খেৰ দুডালমান গোটাই দিলেই হ'ল। দিন হাজিৰা কৰা মানুহৰ কাৰণে বজাৰৰপৰা দাইল-চাউল, লোণ-তেলকণ আনি দিয়া কিনো ডাঙৰ কথাটো! ভাগীৰথীয়ে ৰান্ধিলে ভাত সাজত বৰ সোৱাদ পাওঁ। হাজাৰেই হওক তিৰোতাৰ হাত, তাত অকণমান হ'লেও বেলেগ সোৱাদ থাকিবই।

তাই মোক যিমান আলপৈচান ধৰে নিজৰ পুত্ৰ-কন্যা থকা হলেও সিমান নকৰিলেহেঁতেন। আচলতে তাইক মোৰ নিজৰ ছোৱালীৰ দৰেই লগা হ'ল। ভাগীৰথীলৈ মোৰ যিমান মৰম উপজিল সিমানেই ভয়ৰো কাৰণ হ'ল তাই। সম্বন্ধত একো নোহোৱা চামচুলটোক পাই

এদিন ভাবিছিলোঁ—ককাইটি মোৰ আচল ককাই নহয় চামচুলহে মোৰ আচল ককাই। পিচে, চামচুল গ'ল। মোক তাৰ অন্তৰৰ সকলো মৰম দি এই সংসাৰৰপৰা চামচুল গুচি গ'লগৈ। ৰাম-অৱতাৰ হয়তো ক'ৰবাত জীয়াই আছে। তাক পাই এদিন এজন ভাল বন্ধু পোৱাৰ নিচিনা লাগিছিল। সি দেশলৈ গুচি যোৱাৰ পাচত ভাল বন্ধু এজন পাবলৈ নোহোৱা হল।

এতিয়া ভাগীৰথী আহিল। তায়ো জানোচা ক'ৰবালৈ গুচি যায়গৈ। মনে মনে সেয়েহে ঈশ্বৰক খাটোঁ—হে ঈশ্বৰ, চামচুলকতো নিলাই একেবাৰে, এইবাৰ ভাগীৰথীক যেন মোৰ ওচৰৰপৰা নাতবোৰা। তোমাৰ চৰণত পৰি কাকুতি কৰিছোঁ—ভাগীৰথীক মোৰ-পৰা দূৰলৈ নিনিবা। তাই মোৰ নিজৰ কন্যাতকৈও আপোন।···

ভাগীৰথী যে মোৰ লগত আছে—এই কথাটো যেন ৰজনীৰ বাহিৰে আৰু কোনেও গম নেপায়। কোনোবাই গম পালে যদি গৈ কেনেবাকৈ তাইৰ বাপেকৰ আগত কৈ দিয়েগৈ তেনেহলে তেওঁ আহি তাইক লৈ যাবহি আৰু তাইৰ অসন্মতি সত্তেও সেই ধুৰন্ধৰ ৰাম বাহাদুৰটোক গটাই দিব। তাই যে সেইদিনা পলাই আহিছিল। তাৰ কাৰণ এইটোৱেই। তাই ৰাম বাহাদুৰক বেয়া পায়। ঘিণো কৰে। অ'—তাৰ টকা আছে সঁচা। সি অজস্ৰ ধন-সম্পত্তিৰ মালিক। কিন্তু সেই বুলিয়েই তাই তালৈ যাবনে? ৰাম বাহাদুৰে অতিকৈ মদ খায় আৰু সি যে গোটেই যৌৱনটো লম্পটামি কৰিয়ে কটালে তাক তাই ভালদৰে জানে। তাই সেই দেখি ৰাম বাহাদুৰক ঘিণ কৰে। তাই ৰাম বাহাদুৰক ঘিণ কৰাৰ আন এটা কাৰণ হ'ল—সি বস্তীৰ দুখীয়া মানুহৰ ছোৱালীবোৰ ফুচুলাই নগৰত ফুৰাবলৈ নি তাত ডাঙৰ ডাঙৰ তাৰ লেন-দেন থকা মানুহবোৰক ৰাতি উপভোগ কৰিবলৈ এৰি দিয়ে। তাইকো এবেলি সি টকাৰ লোভ দেখুৱাই মটৰত ফুৰাবলৈ নিব খুজিছিল। তাই অমান্তি হ'ল। তাই অমান্তি হ'লত সি তাইৰ বাপেকক লাগিলেগৈ। বাপেকো সেই! টকাৰ মায়াত



পৰি বুঢ়াটোৱে তাইৰ জীৱনৰ সুখ-শান্তিৰ কথা বিসৰ্জন দিলে। এতিয়া বাপেকে তাইক জোৰ কৰি ৰাম বাহাদুৰলৈ বিয়া দিবলৈ ঠিক কৰি পেলালে। দুবাৰমান বাপেকে ৰাম বাহাদুৰৰ মটৰত উঠি নগৰখনো ফুৰি আহিলেগৈ। লাহে লাহে ৰাম বাহাদুৰ আৰু তাইৰ বাপেক একে নলীৰেই পানী যোৱা যেন হৈ পৰিল। সেয়েহে ভাৱনাৰ চাকনৈয়াত পৰি কেনিও উৱাদিহ নেপাই সেইদিনা গধূলি হাবিতলীয়া বাটটোৱেদি সেই কলীয়াপানী বোলা নৈখনত জাপ দি প্ৰাণটোকে শেষ কৰোঁ বুলি ওলাই আহিছিল। ভাগ্যে—ডাঙৰ বাটটো পাৰ হ'বলৈ খোজোঁতেই ৰজনীৰ গাড়ীখনৰ আগত পৰিল। ৰজনীয়ে ব্ৰেক কচি লৰীখন ৰখাই নিদিয়া হলে তেতিয়াই তাই শেষ হ'লহেঁতেন। ৰজনীয়ে নামি গৈ তাইক ডাবি দিলে এবাৰ। ভাগীৰথী সৰলা ছোৱালী। ডাবি শুনি তাই চিঞৰি উঠিল—"অ' ভালেই হৈছিল—মাৰি নেপেলালা কিয়? মইতো নৈত জাপ দি মৰি যাম বুলিয়েই ওলাই আহিছিলোঁ। এতিয়াও মাৰি পেলোৱা—মোৰ গাৰ ওপৰেদি গাড়ী চলাই দিয়া।" তেতিয়াহে কথা গুৰুতৰ যেন দেখি ৰজনীয়ে তাইক জোৰকৈ গাড়ীত তুলি ল'লে আৰু নগৰলৈ নিনি গাড়ীখন ঘূৰাই এই শিলপাহাৰলৈ লৈ আনিলে। ৰাতি মোৰ জুপুৰীটোৰ ইকবাৰ দুৱাৰখনত হঠাৎ এটা শব্দ হোৱাত দুৱাৰখন মেলি দেখোঁ—ৰজনী আৰু লগত দেখোন ক'ৰবাৰ গাভৰু ছোৱালী এজনী। ৰজনীক কথাটোনো কি হ'ল সোধাত আটাইখিনি কথা ক'লে। ছোৱালীজনীক টানকৈ দুবাৰমান ডাবি দিলোঁ। তায়ো কন্দনামুৱা হৈ সকলোখিনি কথা কৈ দিলে। এতিয়া উপায় নাই, ৰজনীয়ে কৈছে—ছোৱালীজনীক মই নেৰাখিলে আৰুনো ৰাখোঁতা আছে কোন। আনৰ ঘৰত ৰাখিবলৈও ভয়। গাভৰু ছোৱালী। এতেকে ভাবি-গুণী ছোৱালীজনীক সেই ৰাতি মোৰ ঘৰটোতেই ৰাখিলোঁ। ৰজনী লৰীখন চলাই নগৰলৈ গ'লগৈ।

এতিয়া ভাগীৰথী শুইছে

পিছদিনা বাতিপুৱা মই ঠিক কৰি পেলালোঁ—তাইক বাপেকক চমজাই দিবই লাগিব। এইবুলি তাইক কাপোৰ-কানি পিন্ধি সাজু হবলৈ ক'লোঁ। তাই কথাষাৰ শুনি মোৰ ভৰিত পৰি কান্দি কান্দি চিঞৰি উঠিল—বাপেকৰ ঘৰলৈ লৈ যোৱাতকৈ তাইক মাৰি পেলোৱাই ভাল। বাপেকৰ ঘৰলৈ গ'লে তাই ৰাম বাহাদুৰলৈ যাবই লাগিব। ৰাম বাহাদুৰলৈ যোৱাৰ আগতে তাইক যেন ময়েই কাটি টুকুৰা-টুকুৰ কৰি পেলাওঁ।……

বহুত বছৰ তিৰোতাৰপৰা নিলগত থকা মানুহ মই। তিৰোতাৰ মাতষাৰ শুনিলেই কিবাখন লাগে। এই গাভৰু ছোৱালীজনীৰ কান্দোনবোৰ সহ্য কৰোঁ কেনেকৈ! তাইৰ মূৰটো দুহাতেৰে দাঙি ধৰি ক'লোঁ—"আই অ' নাকান্দ, থাক বাৰু ইয়াতে, ইয়াতেই থাক। ৰাম বাহাদুৰ যদি বেয়া মানুহ তই তালৈ নালাগে যাব বাৰু। মোৰ ইয়াতে থাক আই, থাক।"

তাৰ পিছত ভাগীৰথী মোৰ লগত আজি এমাহ দিন ধৰি আছে। মই ইয়ালৈ আহিছিলোঁ হাজিৰা মাৰিবলৈ। এই ঠাইখনৰ নাম শিলপাহাৰ। শিলপাহাৰৰপৰা ডাঙৰ ডাঙৰ শিলবোৰ ভাঙি সৰু সৰু টুকুৰা কৰি ঠিকাদাৰসকলে নগৰত লৰীৰে পহুচাই দিব লাগে। মোৰ কাম শিলবোৰ ভঙা আৰু সেই টুকুৰাবোৰ লৰীত উঠাই দিয়া। ইয়ালৈ অহা মোৰ প্ৰায় তিনিমাহ হৈছে। এই তিনিমাহৰ ভিতৰত মোৰ আটাইতকৈ ভাল চিনাকি হ'ল ৰজনীৰ লগত। ৰজনী ল'ৰাটো মৰম লগা। মানুহৰ লগত ৰং-তামাচা কৰি ভাল পায়। মোৰ বেঁকা কঁকালটো দেখিলে সি মোক ঠাট্টা কৰে। মই আৰু' তেনেকৈ ধেমালি কৰিলে বৰ বাৰু নেপাওঁ। পিছে, ৰজনীয়ে ঠাট্টা কৰিলে দেখোন মোৰ খং নুঠে। আন নেলাগে ঠিকাদাৰ বাবুৱে তেনেকৈ বিদ্ৰূপ কৰিলেও—যি হয় হ'ব বুলি শিল এচপৰাকে মূৰত মাৰি দিব পৰা বিধৰ মানুহ মই। ৰজনীলৈ আৰু' খং



উঠিব কিয়? ময়ো বনুৱা, সিও বনুৱা। আমাৰ ভিতৰতনো বিদ্ৰূপ কৰিবলৈ পাৰ্থক্য আছে ক'ত?

ৰজনীৰ ধেমেলীয়া স্বভাৱটো মোৰ ভাল লাগে। তাক মই মোৰ জুপুৰীটোলৈ প্ৰায়ে মাতি নিওঁ। তাৰ হতুৱাই চাহপানী অকণ কৰি আজৰি সময়ত একেলগে খাওঁ আৰু ইটো-সিটো নানান লাগ-বান্ধ নোহোৱা কথা পাতি সময় কটাওঁ। এতিয়া ভাগীৰথী আহিবৰপৰা ৰজনী মোৰ জুপুৰীটোলৈ বেছিকৈ নহা হ'ল। অৱশ্যে মই নথকাৰ সময়টোত যদি সি মনে মনে ভুমুকি মাৰি যায়হি সেই কথা হ'লে থিৰাংকৈ নেজানো। সি কিন্তু আজিকালি বৰ গহীন হৈ থাকে। আগৰ নিচিনাকৈ ৰং-তামাচাও নকৰে। এই পৰিবৰ্ত্তনটোনো হ'ল কেনেকৈ মই জনা নাছিলোঁ। পিচে, এদিন গম পালোঁ—তাৰ বোলে মনত খুব ভয়—কিজানি ভাগীৰথীৰ বাপেকে তাই ইয়াত থকাৰ কথা গম পাই তাকেই দোষী বুলি পুলিচত দিয়েগৈ। সিও এদিন ক'লে—"ককাই, ভাগীৰথীক লৈ মইহে কিজানি ফাটেক খাব লাগিব।" ৰজনীয়ে আৰু' ফাটেক খাব লাগিব কিয়? ছোৱালীয়ে বাপেকৰ ঘৰলৈ নেযাওঁ বুলিছে নেযায়। তাইক মোৰ নিজৰ ছোৱালীৰ দৰে মইহে মোৰ লগত ৰাখিছোঁ। ৰজনীয়ে ৰাখিছেনে কিবা? ৰজনীক ফাটেক খাবলৈ মই এৰি নিদিওঁ। এইখিনি কথাকে তাক ক'লত সি ক'লে বোলে মই যেনিবা হেজাৰেই যুক্তি নিদিলোঁ সেইবোৰতো মানুহে নেমানে। ভাগীৰথীৰ বাপেকে জানো মানিব? কাৰণ ড্ৰাইভাৰ বুলিলে মানুহে সাধাৰণতে যি চকুৰে চায় সেই চকুৰপৰা সিও বাদ নপৰে। সি ড্ৰাইভাৰ যেতিয়া মানুহে ক'ব—হয় সিয়েই ছোৱালীজনী চুৰ কৰি আনি ৰাখিছেহি। ভাগীৰথীৰ বাপেকেও তাকেই ক'ব। তাৰ এই কথাখিনি বেৰৰ আঁৰৰপৰা ভাগীৰথীয়ে মনে মনে শুনি আছিল হ'ব পায়। সেয়েহে তাই তাৰপৰা তপৰাই মাত দিলে—"মোমাই, তোমালোকে ফাটেক কেলৈ খাবা? মই ঘৰৰপৰা পলাই আহিছোঁ। ফাটেক মইহে খাম। পুৰুষ হৈয়ো

এতিয়া ভাগীৰথী শুইছে

তোমালোকৰ সঁচা কথা ক'বলৈ ইমান ভয়নে ?—তাইৰ কথা কেইষাৰ শুনি আমি দুয়ো মনে মনে থাকিলোঁ। তাই মুঠতে বাপেকৰ ঘৰলৈ নেযায়। গ'লেই বাপেকে তাইক টকাৰ বিনিময়ে ৰাম বাহাদুৰক বেচি দিব।………

কথাষাৰ ভাবিলে মোৰ যিমান বেয়া লাগে ৰজনীৰ হয়তো তাতোকৈও বেছি বেয়া লাগে। ৰজনীয়ে প্ৰথমতে তাইক যি চকুৰে চাইছিল, এতিয়া সিহঁতৰ মাজৰ দুই এটা কথা-বতৰা আলেঙে আলেঙে লক্ষ্য কৰিলেই বুজিব পাৰি—তাৰ বহুতো পৰিবৰ্ত্তন ঘটিল। ময়ো দেখি আচৰিত হোৱা নাই। নিজে আজীৱন তিৰোতাৰপৰা আঁতৰি থাকিলোঁ বুলিয়েতো আৰু সংসাৰৰ চব মানুহেই আঁতৰি থাকিব নোৱাৰে। ৰজনী ডেকা মানুহ। ডেকা ল'ৰাই গাভৰু ছোৱালীক একেবাৰে ওচৰত লগ পালে যি হয় ৰজনীবো সেয়ে হৈছে। আনহাতে ৰাম বাহাদুৰৰ নিচিনা এটা অত্যাচাৰী মানুহৰপৰা হাত সাৰি আহি—এই ৰজনীটোক পাই ভাগীৰথীৰ কলিজাখনো চাগে চাটি-ফুটি নকৰাকৈ থকা নাই। এতেকে সিহঁতৰ মনৰ এই টানটো দেখি মই নেদেখাৰ ভাও জুৰি থকাৰ বাহিৰে আৰু কি উপায় ?

আজিহে আক' তাইৰ মনটো কিয় আন্ধাৰ আন্ধাৰ লাগিছে জানো ! মোৰ এই উদং বুকুখনো দেখোন তাই থৰ লাগি চাই আছে। উ অ' আই, এইজনীৰ আক' কি হ'ল আজি !…… ভাতৰ গৰাহ কেইটা কেনেকৈনো পেট পালেগৈ ধৰিবই নোৱাৰিলোঁ। ইমান সময়ে—মোৰ জীৱনৰ লাংপাং কথাবোৰকে আঁওৰাই থাকোঁতেই গ'ল। এতিয়া এইজনীৰ মনৰ কথাটোনো কি তাকেই চোৱা যাওকচোন বাৰু। কিবা এটা তাইক সুধিম বুলি ভাবোঁতেই তাই নিজেই আঞ্জা অকণমান কাঁহীখনত ঢালি দি ক'লে—

"মোমাই এটা কথা হে।"

"কিনো অ' তোৰ কথাটো ?"

"তোমালোকে বাৰু খোৱা-বোৱালৈ চকু নিদিয়া কেলৈ ? গাখীৰ-ঘিঁউ অকণ, মাছে-শাকে সাজটো খাই থাকিলেহে গাটো ঠিক থাকে।" তাইৰ কথাকেইষাৰ শুনি মোৰ বৰ হাঁহি উঠিল। তাইক ক'বৰ মন গৈছিল—ৰবি, এতিয়া ঘিঁউৰে-গাখীৰে, মাছে-মঙহে খাবলৈ মোমায়েৰৰ বৰপেৰাটো খোলেঁাগৈ। পিচে, কথাটো ক'বলৈ নহ'ল, কাৰণ তাই মাছে-মঙহে খাবলৈ কোৱা কথাষাৰ মোলৈ বুলি নহয় ৰজনীলৈহে। ৰজনীক তাই 'জকা' বুলি জোকায়। ৰজনীয়ে তাইক গধূলি তেনেকৈ জোকায় নাথাকিবলৈ কৈ গৈছে। ৰজনীয়ে কৈ গৈছে ভাগীৰথীয়ে তাৰ জকাটো চাব নেলাগে জকাটোৰ মাজত থকা অন্তৰখনহে চাব লাগে। কথাটো হওঁতে ঠিকেই কৈছে। পৃথিৱীত আচল বস্তু অন্তৰৰ মৰমকণহে, গাটো হ'ল যেনিবা এটা বাহিৰা আবৰণ। দুদিনৰ ভিতৰতে গাটো ধূলি হৈ যাব, কিন্তু আচল মৰমকণ কোনো বিধতাই নাশিব নোৱাৰে। চামচুলৰ গাটো এতিয়ামানে কবৰত পচি মাটি হৈ যাব পায়, কিন্তু তাৰ চেনেহৰ টানটো জানো মই পাহৰিব পাৰিছোঁ ? চামচুলৰ গাটো নেথাকিলেইবা, তাৰ মৰমৰ জৰীডাল কোন কালধুমুহাই ছিঙিব পাৰিব ! ভাগীৰথী ভাগ্যৱতী, তাই ৰাম বাহাদুৰৰ নিচিনা অত্যাচাৰী মানুহ এটাৰপৰা হাত সাৰি আহি যে এই ৰজনীৰ নিচিনা এটা ডেকাৰ গোটেই কলিজাখন নিভাঁজকৈ পাইছে—তাতকৈ আৰু তাইক কি বেছি লাগে ! তাকে ভাগীৰথাক মুখখন ধুই উঠি ক'লোঁ—"অ'আই ভাগীৰথী, তই ৰজনীটোক মস্কৰাখন কৰি নেথাকিবি। সি হেৰ' তোৰ কাৰণে কিমান চিন্তা ভাৱনা কৰে।"

ভাগীৰথায়ে মোৰ কথাষাৰ শুনি তলমূৰ কৰিলে। তেতিয়া তাইৰ মুখখন তেজে গিলি পেলাইছিল। তাইৰ লাজকণ দেখি মোৰ মনটো কিবা বুজিব নোৱাৰা হৰিষত উথলি উঠিল।…

পিছদিনা, মানে কালি কাণিমুনি বেলিকা ৰজনী আহিছিল। মই এতিয়া ভাগীৰথা শুইছে

আক' তেল এছটাক, লোণ অকণ আনোগৈ বুলি দোকানলৈ ওলাই গৈছিলোঁ। দোকানৰপৰা ঘূৰি আহি ঘৰটোৰ ভিতৰ সোমাওঁতেই ৰজনীৰ মাত শুনি বাহিৰতে খন্তেক সিহঁতে গম নোপোৱাকৈ থিয় হৈ থাকিলোঁ। ভাবিলোঁ, লৰা-ছোৱালীহঁতে মনৰ কথা পতিছে—পাতক, মইনো গৈ মিছাতে বিধি-পথালি দিওঁগৈ কিয় ? এই বুলি বাহিৰতে বৈ থকা সময়কণতে সিহঁতৰ কথোপ-কথনৰ দুআষাৰমান মোৰ কাণত পৰিছিলহি। ৰজনীয়ে কৈছিল—"ভাগীৰথী, তই হ'বলা মোৰ লেটেঙা গাটো দেখিলে নাক কোচাৱ ?" ভাগীৰথীয়ে খন্তেক নিমাতে থাকি সেপ গিলি গিলি উত্তৰ দিছিল—"অঁ, তুমিনো সদায় তেনেকৈ খোৱা-বোৱাৰ প্ৰতি কাণসাৰ নিদি ঘূৰি ফুৰা কিয় ?"

"তোকনো কোনে ক'লে সেইষাৰ কথা ? মই দেখোন ঠিকেই খাওঁ। সৌ বৃন্দাবনৰ হোটেলত খবৰ কৰিলেহে গম পাবি। খোৱা মাহত কিমান দিছোঁ জান ?—নগদ দুকুৰি।"

"ইমান যদি খোৱাই তোমাৰ মুখখন কিয় সদায়ে শুকান-মুকান হৈ থাকে ?"

"তয়ো ভাল আকৰীজনী, দিনৰ দিনটো গাড়ী চলাই ফুৰিলে মানুহ নুশুকাই নোদোকা হৈ থাকিব পাৰেনে ?"

"নেলাগে, খোৱা তোমাৰ কথাবোৰ। আজিৰপৰা গাখীৰ অকণ, মোৱা পুঠি হ'লেও, পুবৈ ঢেঁকীয়া হ'লেও—মাছ-শাক অকণ চাই-চিতি খাবা, নহলে তুমি আৰু শুকাবা। তোমাৰ শুকান মুখখন দেখিলে মোৰ মনটো…"

"বাৰু বাৰু, আজিৰপৰা গাখীৰ, মাছ-মঙহ—চব খাম, বুজিছ, তই আৰু বেজাৰ কৰিব নেলাগে।"—এইবুলি ৰজনী ভিতৰৰপৰা হাঁহি হাঁহি ওলাই আহিছিল। দুৱাৰমুখতে মোক দেখি তাৰ কাণ-মূৰ ৰঙা হৈ উঠিল। কি কওঁ, কি নকওঁকৈ থত্‌মত্‌ খাই সি ক'লে—"ককাই ; তুমি নহা দেখি যাবই খুজিছিলোঁ।" তাৰ আচল কথা-



খিনি ইপিনে মই গমেই পালোঁ, ভাবিলোঁ এতিয়া আৰু তাৰ লগত আন কথা পতাৰ সময় নহয়। তাৰ মনটো মুকলি হৈ আহিছে মইনো আৰু মিছাতে বাৰে বাংকৰা গাই আমনিখন দিওঁ কেলৈ। সেয়েহে তাক কলোঁ—সি সোনকালে যাওকগৈ, এই আঢ়েকুৰি মাইল বাট গাড়ী চলাই যাব লাগিব ! কথাষাৰ শুনি সি সুহুৰিয়াই সুহুৰিয়াই গোপ্‌ গোপ্‌কৈ আগবাঢ়িল। গাড়ীখনৰ ইঞ্জিনটোৰ শব্দ নুশুনালৈকে মই সেইপিনে চাই আছিলোঁ ! তাৰ মনটো মুকলি দেখি মোৰ মনটোও মুকলি হ'ল। এনেতে ভাগীৰথী ভিতৰৰপৰা ওলাই আহি মোৰ কাষতে বৈ বাটলৈ চালে। তাইৰ চকুকিটা কিবা যেন অজান হৰিষত তিৰবিৰাই উঠিছিল। গাড়ীখন চলি গৈছিল। ভাগীৰথীয়ে বজাৰৰ টোপোলাটো আৰু তেলৰ বটলটো লৈ ভিতৰ সোমাইছিল। মই আগফালৰ চোতালখনতে কেইডালমান খৰি আনি আঁহতৰ শুকান পাতবোৰ জাপি দি জুইকুৰা জ্বলাই ল'লোঁ।

আগতেই কৈ আহিছোঁ—আজি বহুদিন ধৰি মোৰ চকুত টোপনি নাই। পাটীত বাগৰ দিলেই বহুত কথা মনলৈ আহে। ঘৰ-বাৰী হোৱা মানুহৰ চিন্তা কৰিবলৈ কাৰণ আছে। পাছে এতিয়া লাহে লাহে গম পালোঁ—ঘৰ-বাৰী নোহোৱা মানুহৰ চিন্তা কৰিবলৈ বেছি কাৰণ থাকে। এটা সংসাৰৰ চিন্তা, আনটো অসাৰৰ চিন্তা। সংসাৰৰ চিন্তাৰ পাৰ আছে, অসাৰৰ চিন্তাৰ পাৰ নাই। অসাৰৰ চিন্তা-ভাৱনাৰ পাৰ থকা হ'লে মোৰো ইমানদিনে টোপনি নধৰাকৈ নেথাকিলেহেঁতেন

কালি ৰাতিও মোৰ টোপনি নধৰিল। ভাত কেইমুঠি খাই জুইকুৰাৰ কাষত বহি আকাশখন চাই চায়েই গোটেই ৰাতিটো কটাই দিলোঁ। জুইকুৰা নুমাব খুজিলেই অঙঠাবোৰ খুচৰি আঁহতৰ শুকান পাতকেইখিলামান জাপি ফুৰাই দিওঁ। মাজে মাজে শিয়াল-বোৰৰ চিঞৰ-বাখৰ শুনো। নিজকে বৰ অকলশৰীয়া যেন লাগে। অকলশৰীয়া যেন লাগিলেই আকৌ মনত চামচুলৰ চেহেৰাটো আহি ভুমুকি মাৰেহি। চামচুলৰ পাছতে ৰামঅৱতাৰ আহে, ৰামঅৱতাৰৰ

পাছতহে ককাইটি-বৌহঁতলৈ মনত পৰে। মই মৰি গলেও চাগে ককাইটিহঁতে খবৰ নেপাব। কিজানি কাহানিবাই ককাইটিহঁতে মই মৰিলোঁ বুলি ধৰি লৈ চকু পেলাব পায়। কথাষাৰ ভাবিলে বৰ বেজাৰ লাগে। আই-বোপাই থকাহ'লে কিজানি ইমানদিনে মোৰ খবৰ ললেহেঁতেন। তাহানিখন গধূলি গৰুলৈ বুলি পথাৰলৈ গ'লে—কেনেবাকৈ ঘূৰি আহোঁতে যদি কিঞ্চিৎ পলম হ'ল—আইয়ে কিমাননো নবকিব। এতিয়াতো আই নাই,—ঘৰলৈ উভতিলোঁ বা নুভতিলোঁৱেই কোনে খবৰ লয়!

এইবোৰ ভাৱনাই মনটো জুমুৰি মাৰি ধৰিলে টোপনিয়েইবা আহে কেনেকৈ! মনে মনে ভাবোঁ—এতিয়া টোপনি আহিব নেলাগে, ছুদিনমানৰ পাচতে একেবাৰে শুই থাকিম। ভগৱন্তই যিমান সোনকালে সিপাৰ কৰি নিয়ে সিমানেই মঙ্গল। চামচুলৰ দৰে কাটি হৈ মাটি হ'ব পাৰিলেই ভাল। পিচে এই ভাগীৰথীজনী আহি যেন মনটো আকৌ মায়া-বেহুত বান্ধি পেলাইছে এনে লগা হ'ল। তাইক ৰজনীক গটাই দিব পাৰিলে আমাৰ আৰু ভাবিবলৈ চিতিবলৈ একো নেথাকে। কাইলৈ ৰাতিপুৱা ৰজনী আহিলে ক'ম—ভাই, ভাগীৰথীকে নি ঘৰখন সোনকালে পাত। তাইৰ মনটোৱে তোক পাবলৈ যিমানহে হাবিয়াস কৰিছে! তাইৰ মনটোক নেওচা নিদিবি। তাইক উদ্ধাৰ কৰ, নহলে হেৰ তাইৰ শাওপাত লাগিব।

কথাবোৰ ভাবি থাকোঁতেই কুকুৰাই ডাক দিলে। কণা-মুনাকৈ পোহৰ হ'ল। ভালেই হ'ল। আজিয়েই শুভ কাম হৈ যাব। মোৰ সাঁচি থোৱা ৰূপ ছুকুৰিমান আছে—তাকেই যৌতুক স্বৰূপে ভাগীৰথীৰ হাতত দিম। ৰজনীৰ গাড়ীতে গৈ মন্দিৰত ছুয়ো আঁঠু ল'ব। বুঢ়া মোমায়েক বুঢ়া ককায়েক হিচাপে ময়ো ভগৱন্তৰ চৰণত পৰি খাতিম—সিহঁতৰ জীৱনত যেন সুখৰ অমিয়া বৰষে, এই অযোগ্য মনিচে সংসাৰৰ যিবোৰ কাম কৰিব নোৱাৰিলে সেইবোৰ কাম যেন সিহঁতে নিয়াৰিকৈ কৰিব পাৰে।



ছুপৰীয়া লৰালৰিকৈ ভাতমুঠি খাই ভাগীৰথীক ক'লোঁ—তই আজি ৰজনীৰ লগত মন্দিৰলৈ যাব লাগিব। কথাটো শুনি তাই আচৰিত হৈ মোৰ মুখলৈ চাইছিল। মই তাইৰ মনৰ আউলটো ভাঙিবলৈ আকৌ ক'লোঁ—তই আৰু আজিৰপৰা এই জুপুৰীত থাকিব নেলাগে। এইবাৰো তাইৰ মুখখনত বুজিব নোৱাৰা ভাৱৰ চিন জিলিকিল। শেষত উপায় নাপাই মই পোনপটীয়াকৈয়ে ক'লোঁ—তই আজিৰপৰা সেওঁতাত সেন্দুৰৰ ফোট ল'ব লাগিব।

এইবাৰ তাই একে চোঁচাই ভিতৰ পালেগৈ। মই মুখখন ধুই হাতত ফাংখন লৈ পাহাৰলৈ খোজ ল'লোঁ।

গৈ পায়েই দেখোঁ লগৰ বনুৱাবোৰৰ মুখবোৰ গোমা হৈ আছে। কাৰো মুখত মাত নাই। আনকালৰ দৰে উছাহেৰে কামো কৰা নাই। তাকে দীপলালক সুধিলোঁ কি হ'লনো কথাটো! মোৰ প্ৰশ্নটো শুনিও দীপলালে একো নোকোৱাত মই ভাবিলোঁ হাড় বেঁকা বুঢ়া বুলি কিজানি ঠিকাদাৰে মোক কামৰপৰা খেদাবলৈহে ঠিক কৰিছে। আটাইৰে চকুবোৰ মোৰ ওপৰত। কাম কৰি থাকোঁতে হোৱা খটক-খাটাক, খাটাং-খুটুং শব্দবোৰো জঁই পৰি গ'ল। ইফালে সিফালে ঘূৰি চাই দেখোঁ প্ৰত্যেকেই থৰ লাগি মোৰ ফালে চাই আছে। সিহঁতৰ থৰ লগা চাৱনিবোৰ দেখি মোৰ মনৰ খুতুৱনিবোৰ বাঢ়িল। এনেতে দীপলালে কন্দনামুৱা হৈ ক'লে—"ককাই, ৰজনী কালি ৰাতি মৰিল।"

কথাষাৰ শুনি মোৰ বুকুখন চিৰিং কৰি গ'ল। গোটেই পৃথিৱীখন ধূঁৱলি-কুঁৱলী দেখিলোঁ। কথাষাৰ কোনোমতেই বিশ্বাস কৰিব নোৱাৰি তাক ছুবাহুত ধৰি জোকাৰি জোকাৰি সুধিলোঁ—"কচোন ক দীপলাল, কি হ'ল কচোন ক ক—"

দীপলালে খন্তেক সময় তাৰ কঁপি উঠা তলৰ ওঁঠটো ওপৰৰ দাঁত পাৰিৰে কামুৰি শেষত অসীম বলেৰে কলে—"কালি ৰাতি

উভতি যাওঁতে বাটত মালগাড়ী এখনৰ লগত খুন্দা খাই সি গাড়ীৰ-পৰা বহুত দূৰত উফৰি পৰিল। তাৰ মূৰটো——"

দীপলালে পাছৰখিনি কথা কি ক'লে শুনিবলৈ মোৰ ধৈৰ্য্য নাছিল। খন্তেক সময় সেই ঠাইতে জুপুকা লাগি বহি থকাৰ পাছত কঁকালটো পোনাই থিয় হ'লোঁ। তেতিয়াও সকলোৰে চকু মোৰ ওপৰত। কাকো এষাৰো কথা নোকোৱাকৈ বজ্ৰকঠোৰ মুঠিৰে ফাংখন ধৰি ললোঁ আৰু দেহৰ পূৰ্ণ শক্তিৰে শিলগুৰিৰ দ'মটোত খোচ মাৰি শিলবোৰ টিন আৰু পাচিবোৰত ভৰাবলৈ লাগিলোঁ।.........তেতিয়া সকলো মূৰে-কপালে হাত দি বহি আছিল। দীপলালে কান্দিছিল। মোৰ ফাংখনৰ শব্দৰ বাহিৰে গোটেই পৃথিবীখন মনে মনে আছিল। মাজতে দেখিলোঁ—ফাংখনৰ নালডাল মোৰ চকুৰ পানী পৰিয়ে হ'বলা অলপমান তিতিছে।

সন্ধিয়া জপুৰীটোলৈ উভতি আহি দেখোঁ—ভাগীৰথীয়ে কাপোৰ সাজ আটোম-টোকাৰিকৈ পিন্ধি বৈ আছে। তাই মোক দেখি এনে এটা চাৱনিৰে চালে যেন তাই সুধিছেহে—"মোমাই ৰজনীক নানিলা কেলৈ? আমাৰ আজি বিয়া নহয় নেকি?" তাইক তেনে সাজত দেখি ইমানকে ক'লোঁ—ৰজনী আজি নাহিল, সিহঁতৰ বিয়াখন অৱশ্যে হ'বই।.........

গধূলি আনকালৰ দৰে ভাগীৰথীয়ে ভাত ৰান্ধি-বাঢ়ি মোক খাবলৈ দিলে। ভাতৰ গৰাহ ছুটামান জোৰকৈ পেটলৈ ঠেলি পঠিয়ালোঁ। নহলে তাই সুধিব—মইনো কিয় ভাত খাব নোৱাৰিলোঁ। তেতিয়াই মই তাইক খবৰটো দিব লাগিব। নাই নাই,—তাইক মই খবৰটো কেতিয়াও দিব নোৱাৰোঁ। কোনোদিনেই তাইক মই নকওঁ যে ৰজনী তাইক এৰি এই সংসাৰৰপৰা একেবাৰে আঁতৰি গ'ল। তাই নেলাগে জানিব। জানিলে তাই পাগলী হ'ব। জানিলে—তাই ঠিকাদাৰ বাবুৰ ল'ৰীৰ ইঞ্জিনত মূৰ খুন্দিয়াই খুন্দিয়াই মৰি যাব।.........



এতিয়া বহুত ৰাতি

শুকান আঁহত পাত কেইখিলা জাপি দি জুইকুৰা এবাৰ ফুৰাই দিলোঁ। জুইবোৰ জ্বলি উঠিছে। মোৰ মনটো একেবাৰে উকা উকা লাগিছে। জুইৰ শিখাবোৰ দেখি মোৰ অৱশ হোৱা মনটোকো পুৰি শেষ কৰি দিবলৈ ইচ্ছা হৈছে। মাজে মাজে শিয়ালৰ 'হোৱা'বোৰ শুনি এনে লগিছে যেন এই গোটেই পৃথিবীখনেই এখন মৰিশালি। মই, ভাগীৰথী—চব—চব যেন মৰি ভূত হৈ গ'লোঁ। ৰাতি জুপুকা লাগি বৈ থকা পাহাৰটো দেখি এনে লাগিছে যেন এতিয়া চবৰে শুই থাকিবৰ সময়, চামচুল-ৰজনীৰ কাষতে একেবাৰে শুই থাকিবৰ সময়।......

এতিয়া বহুত ৰাতি।

ভাই চামচুল, তইতো একেবাৰে শুলি। মোৰ টোপনি জানো কেতিয়া ধৰে! তোৰ ওচৰলৈ যাবলৈহে মোৰ মন গৈছে।

ভাই ৰজনী, তয়ো এনে হ'ব পাৰনে? তোৰ বিয়ালৈ এই বুঢ়া হাড় বেঁকা কৰি নগদ ডুকুৰি ৰূপ সাঁচি ৰাখিছিলোঁ জান?

ভাগীৰথী, হেৰ আই শুলিনেকি?

নাই, তাইক এতিয়া নজগাওঁ। এতিয়া তাই বিয়াৰ সপোন দেখিছে। এতিয়া ভাগীৰথী শুইছে।

———

# ইমান ফাগুন ইমান জুই

বিষাক্ত সাপৰ জিভাৰ দৰে ভয়াবহ আছিল চন্দনৰ যৌৱন। যদি এনে লোভ নথকা বা এনে লোভত উন্মাদ নোহাৱা ব্যক্তি এজনকে মাৰ্জিত ব্যক্তি বুলি ধৰি লোৱা হয়, তেনেহলে এই নৈতিক বিচাৰ ধাৰাৰ প্ৰত্যাহ্বান স্বৰূপেই গঢ় লৈ উঠিছিল চন্দনৰ যৌৱন। চন্দনৰ যৌৱনে নাজানিছিল ভয় কি, অৱদমন কি, আত্মগোপন কি! চন্দনৰ যৌৱন আছিল শাসনহীন, অথচ সি প্ৰমাণ কৰি দেখুৱাইছিল যি নিজক শাসন নকৰে তেওঁহে আনক শাসন কৰিব পাৰে। নহ'লে চন্দনক দেখিলে মানুহবোৰে ভয় খোৱাৰ কাৰণ কি? চন্দনতো স্বেচ্ছাচাৰী ৰজা নহয়, ঐশ্বৰিক অৱতাৰ নহয়! চন্দন এটা মানুহ; আনৰ দৰে ভোক-পিয়াহ থকা, হাঁহি-কান্দোন থকা, আবেগ-অনুভূতি থকা মানুহ সি।

তথাপি অৰ্চনা, আৰাধনাহঁতে তাক ভয় কৰিছিল। চাৰি আলিৰ মূৰত চিগাৰেটটো হুপি সি যেতিয়া বৈ থাকে, তেতিয়া সেইফালে যোৱা ছোৱালীহঁতৰ বুকু ধপ্ধপাবলৈ ধৰে, মূৰ আচন্দ্ৰাই কৰে, খোজ থৰক্ বৰক্ হয়। কোনোৱে আক' কিবা কুগ্ৰহে সেইফালে টানি আনিছিল বুলি নিজৰ ভাগ্যকেই ধিক্কাৰ দিয়ে! কোনোৱ ককায়েকে ভনীয়েকহঁতক লৈ ফুৰিবলৈ গলে তাক আগে আগেই মাত দিয়ে—"চন্দন, কেনে আছা? ভন্টিহঁতক লৈ বজাৰ কৰিবলৈ আহিছোঁ"—ইত্যাদি। ভনীয়েক বুলি আগতেই জনাই নিদিলে বিপদ। চন্দনে অশ্লীল কথা এফাকি নোকোৱাকৈ শান্তি নাপায়।



নগৰত ক'ৰবাত কিবা অভিনয়, সঙ্গীতানুষ্ঠান বা সভা-সমিতি হ'লে উদ্যোক্তাসকলে চন্দনক আগে ভাগে বিচাৰি উলিয়াবই, কাৰণ তাক ফ্ৰি পাচ নিদিলে ভাৱৰীয়াৰ কথোপ-কথন, গান-বাজনা বা বক্তৃতাতকৈ শিলগুটিৰ অৰ্কেষ্ট্ৰালৈ দৰ্শকৰ কাণ থিয় হোৱাৰ সম্ভাৱনা বেছি।

এয়ে চন্দন বৰবৰা।

এদিন ক্লাচত অধ্যাপিকা স্নিগ্ধা বৰুৱাই বক্তৃতা দি আছিল। অধ্যাপিকা বৰুৱাই কথাবোৰ বৰ সলসলীয়াকৈ কব পাৰে। ল'ৰা-ছোৱালীহঁতে তেওঁৰ বক্তৃতা বৰ ভাল পায়। পিচে সেই দিনা এটা ব্যতিক্ৰম ঘটিল। স্বৰ্গীয় ৰজনীকান্ত বৰদলৈৰ উপন্যাসত নাৰীৰ স্থানৰ বিষয়ে আলোচনাটো শেষ নৌ-কৰোঁতেই অধ্যাপিকাই ডুবাবমান একেটা কথাকে দোহাৰি বাৰে বাৰে সেপ গিলিবলৈ ধৰিলে। অধ্যাপিকাৰ চকু দুটা ৰঙা হৈ উঠিল, আৰু শেষত চকুৰপৰা পানী পৰোঁ পৰোঁ হোৱাত প্লেটফৰ্মৰপৰা নামি খটপ্ খটপ্কৈ জোতাৰ শব্দ কৰি বাহিৰলৈ ওলাই গ'ল। অধ্যাপিকা ওলাই যোৱাৰ লগে লগে ক্লাচত এটা অট্টহাস্য শুনা গ'ল। আটায়ে মুখ ঘূৰাইদেখিলে—চন্দন বৰবৰা। অলপ পাছতে সি মোৰ ওচৰলৈ আহি ক'লে—"অধ্যাপিকা আজি 'নাৰ্ভাচ' হৈ গ'ল কিয় জান? মোৰ চকু-কেইটাই তেওঁক সোঁৱৰাই দিলে যে তেওঁ এতিয়াও মোহনীয় হৈ আছে।

এয়ে আমাৰ চন্দন বৰবৰা।

চন্দনৰ আচল ৰূপটো কেনেকুৱা তাক কথাৰে ব্যক্ত কৰা টান। চন্দন কেনেকুৱা তাক আমাৰ সমসাময়িক কোনো ল'ৰা-ছোৱালীয়েই উপলব্ধি কৰিব নোৱাৰিলে। সকলোৱে মাত্ৰ জানে সি এটা ফটুৱা—গুণ্ডা-মাৰ্কা ল'ৰা।

এই গুণ্ডা-মাৰ্কা ল'ৰাটোৰ বয়স এতিয়া পৈণত হ'ল। মেট্ৰিক চাৰ্টিফিকেটৰ মতে তাৰ বয়স এতিয়া আঠাইশ বছৰ,—মোতকৈ এবছৰ কম। কিন্তু আচল বয়সটো তাৰ সোঁৱৰণীখন চালেহে ওলাই

পৰিব। সোৰ্ঁৰণীখন তাৰ লগত নাই। উত্তৰ প্ৰদেশৰ কোনোবা এখন চহৰত আছে।

সিদিনা মৃন্ময়ীৰ মাকে তাৰ সোৰ্ঁৰণীখন বিচাৰিছিল। শুভ কাম সোনকালে হৈ যাব লাগে। এই নগৰত কোনে নেজানে যে মৃন্ময়ী চলিহাই চন্দন বৰবৰাৰ বাহিৰে আন কাকো বিয়া নকৰায়। খুব বেছি, সৌ যদু মাষ্টৰ। যদু মাষ্টৰৰ দৰে ভোলা মহৰী, কনক কেৰেণী দিন হাঁজিবা মাৰি হাড় বেঁকা কৰা ৰূপেশ্বৰ ককাইৰো সেইবোৰ খবৰ লবলৈ আজৰি নাই। গুণীন পেস্কাৰৰ পিয়ন পদুমৰ ঘৈণীয়েক কাঞ্চনে কিন্তু ইয়াৰ ভু পাইছে। কাঞ্চন প্ৰায়েই মৃন্ময়ীহঁতৰ ঘৰত কাম-বন কৰিবলৈ যায়।

মুঠতে নগৰখনত মৃণ্ময়ীৰ মনৰ কথাটো বহুতেই জানিছে। মৃণ্ময়ীৰ মনৰ খবৰ জনা মানুহ ঢেৰ, কিন্তু তাইৰ জীৱনৰ খবৰ জানো কোনোবাই ৰাখিছে! মৃন্ময়ীৰ জীৱনৰ খবৰ দিবলৈ গ'লে জানোচা ছোৱালীহঁতে ষ্ট্ৰাইক্ কৰে—ভয়ো লাগে; তথাপি কওঁ শুনক:

মৃন্ময়ী এটি অভিজাত পৰিয়ালৰ কন্যা। গ্ৰেজুৱেট। দেখিবলৈ ধুনীয়া। বৰ্ত্তমান শিক্ষয়িত্ৰী। শিক্ষয়িত্ৰী হলেও মৃন্ময়ীৰ গাত সম্ভ্ৰমতাৰ গৌৰৱ এতিয়াও ভাহি আছে। নিজৰ ভেম ৰাখিবলৈ গৈ মাকে পাঁচ বাৰ পাঁচজন মানুহৰ লগত বন্দৱস্ত কৰা বিয়া—পাঁচবাৰেই ভাঙি দিব পৰা ছোৱালী আছিল মৃন্ময়ী চলিহা। যদি তাইৰ বান্ধৱী অকুণ্ঠিতা দেৱীয়ে আই. এ. এচ. বিষয়াজনক বিয়া নকৰালেহেঁতেন তেনেহলে বকুল হাজৰীকা, চিন্ময় চৌধুৰী, জ্যোতিৰ্ম্ময় দত্তৰ যি কোনো একজনকে বিয়া কৰাবলৈ মৃন্ময়ীয়ে আপত্তি নকৰিলেহেঁতেন। এওঁলোক আটাইকেইজন আছিল "গেজেটেড অফিচাৰ।" যদি স্বপ্না ৰাজখোৱাই একৃজিকিউটিভ ইঞ্জিনিয়াৰজনক বিয়া নকৰালেহেঁতেন তেনেহলে বিমান পুৰকায়স্থ বা ৰূপেন দত্ত চৌধুৰীক বিয়া কৰিবলৈ মৃণ্ময়ীৰ আপত্তি নাথাকিলহেঁতেন।



এওঁলোক দুয়োজন আছিল—"এ চি এচ অফিচাৰ"। ষষ্ঠবাৰ যিখন বিয়া ভাগিল সেইখনৰ প্ৰাৰ্থী আছিল কলেজৰ এজন শিক্ষক। দেখিবলৈ ধুনীয়া। তেওঁ গল্প-কবিতা লিখে। এবাৰ আলোচনী এখনত এওঁৰ নামত যিটো কবিতা প্ৰকাশ হৈ গ'ল সেই কবিতাটো বোলে আধুনিক অসমীয়া কবিতাৰ বুৰঞ্জীত এটা চিৰস্মৰণীয় কবিতা হৈ ৰ'ল। এওঁ হল আমাৰ প্ৰদীপ বৰা। বৰ ভাল ইংৰাজী কয়। থৌ থোৱাই থাকে। এসময়ত এওঁ কুমাৰী মিতা চৌধুৰীৰ প্ৰেমপ্ৰাৰ্থী আছিল। কিন্তু কুমাৰী মিতা চৌধুৰীয়ে তেওঁৰ প্ৰেম গ্ৰহণ নকৰিলে, তেওঁক প্ৰেম নাযাচিলে। কুমাৰী মিতাৰ মতে প্ৰদীপ বৰাই যিমান কথা কয় তাতকৈ কম কথা জানে, যিমান গহীনকৈ খোজ কাঢ়ে তাৰ তুলনাত তেওঁৰ মন বহুত পাতল, বাহিৰত যিমান ব্যস্ততা দেখুৱায় সিমানেই নিষ্কৰ্মা তেওঁ। শ্ৰীবৰাই তৰ্কসভাত যোগ দিলে ঘৰত এসপ্তাহমানৰ আগৰপৰা দাপোণৰ সমুখত থিয় হৈ আখৰা কৰে। সভাত বক্তৃতা দিওঁতে তেওঁ যিবোৰ কথা কয় সেইবোৰ "স্পিচেজ অৱ জৱাহৰলাল নেহৰু"ৰ কোনোবা পৃষ্ঠাৰপৰা বুটলি লোৱা। এওঁ বন্ধু মহলত যিবোৰ 'হিউমাৰ' কৰে সেইবোৰো ক'ৰবাৰপৰা ধাৰ কৰা। এওঁ যিবিলাক কিতাপ পঢ়িছে বুলি কয় সেইবোৰ আচলতে নপঢ়ে, পাতনিবোৰহে পঢ়ে। এওঁৰ সমালোচনাবোৰ বতাহ ভৰাই থোৱা ফুটবলৰ ব্লাদাৰৰ নিচিনা। অকমান তীক্ষ্ণ বুদ্ধিৰ খোচ লাগিলেই স্বৰূপটো ওলাই পৰে। মুঠতে প্ৰদীপ বৰা এটা 'স্নব'—ভণ্ড।......

মৃন্ময়ীয়েও ভাবিলে প্ৰদীপ বৰাক বিয়া কৰালে তাইৰ ঘৰুৱা জীৱনো ভণ্ডামিৰে কলুষিত হ'ব। প্ৰদীপ বৰাক বিয়া কৰালে হয়তো তাই তেওঁক পোনাই পাজৰাই ল'ব পাৰিব। কিন্তু তেওঁৰ ককায়েকটো? ককায়েক মানে—"ফ্ৰন্টিয়াৰ এজেন্সীৰ" মেনেজাৰ উৎপল বৰাক তাই বৰজনা বুলি গ্ৰহণ কৰিব পাৰিবনে? উৎপল বৰা আছিল এজন চাহ খেতিয়কৰ লৰা। চাহ বাগিছা থকা মানুহে

নিশ্চয় নিজৰ কাপোৰসাজ যোগাৰ কৰি ল'ব পাৰে। কিন্তু শ্ৰীউৎপল বৰাই বহুৱাৰ প্ৰতিনিধিদলৰ নেতৃত্ব কৰি যেতিয়া ৰাজধানীলৈ যায় তেতিয়া গাৰ চোলাটো ফালি লয়, ভৰিৰ জোতাযোৰত বোকা সানি লয় আৰু কেইদিনমানৰ আগৰপৰা মূৰৰ চুলিত তেল সানিবলৈ এৰি দিয়ে। কোৱা শুনিছোঁ বোলে এবেলি তেওঁ নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ বিচাৰিছিল। কিন্তু পাৰ্টীয়ে তেওঁক মনোনীত নকৰিলে। সেইবাবেই তেওঁ বিপ্লৱী পাৰ্টী এৰি দিলে। পাৰ্টী এৰি দি তেওঁ যুৱক আন্দোলনত মূৰ গুজিলেহি। নেতা হ'ল। পিছে যুৱক আন্দোলনৰ নেতা হৈ থকা কালছোৱাত তেওঁ বহুতো যুৱতীৰ প্ৰেমত বলিয়া হোৱাৰ ভাও জুৰি সকলোকেই কোনোবা নহয় কোনোবা প্ৰকাৰে উপভোগ কৰিলে। তাৰে সৰহ ভাগকে বিয়াৰ প্ৰতিশ্ৰুতি দিয়েই সুবিধাবোৰ আদায় কৰি লৈছিল শ্ৰীবৰাই। যুৱক নেতা হৈ থকাৰ সময়তে সুবিধা বুজি এই লেন-দেনবোৰৰপৰা মূৰ পোলোকা মাৰি বিদেশত শিক্ষা লবলৈ গুচি গ'লগৈ শ্ৰীবৰা। বিদেশত শিক্ষা লৈ আহি তেওঁ এতিয়া "ফ্ৰন্টিয়াৰ এজেন্সীৰ" মেনেজাৰ হিচাপেই খ্যাত। মৃন্ময়ীয়ে এই মানুহটোক ঘিণ কৰে। কাৰণ, এই মানুহটোৱে তাইৰ বান্ধৱী মালবিকাক বিয়া কৰাব বুলি শেষত পলাই অন্তৰ্দ্ধান হৈছিল। প্ৰদীপৰ লগত বিয়া হ'লে তাই এই বদমাছ মানুহটোক বৰজনা হিচাপে মানিব লাগিব। এই কুৎসিত মানুহটোক বৰজনা হিচাপে মনাতকৈ তাই চিৰকুমাৰী হৈয়েই থাকিব।

তাইৰ জীৱনলৈ এইবোৰ প্ৰাৰ্থী আহিছিল—তাই তৃতীয় বাৰ্ষিকত পঢ়ি থাকোঁতেই। কিন্তু চতুৰ্থ বাৰ্ষিকৰপৰা তাইৰ মন এঠাইত কেন্দ্ৰস্থ হ'ল। এইকণ ঠাই তাইৰ কাৰণে বাখৰ, ৰূপ কথাৰ মায়া মুকুতাতকৈয়ো অধিক মূল্যবান, অধিক মহঙা এই ঠাইকণ। এই ঠাইকণেই হৈছে আমাৰ চন্দন বৰবৰা। চন্দন আৰু এতিয়া সেই উন্মাদ, পিপাসু, ফটুৱা ল'ৰাটো নহয়,—এতিয়া সি মৃণ্ময়ীৰ মনৰ মুকুতা, পৃথিবীৰ সৰাতোকৈ মূল্যবান ঐশ্বৰ্য্যৰ বিপুলতা।



মৃন্ময়ীৰ মনৰ বাখৰ বুলিয়েই নহয়, চন্দনৰ জীৱনত এনেও ভালেমান পৰিবৰ্ত্তন ঘটিল। 'য়াংকি' ধৰণৰ কথমপি কলাফুল ঢাক খোৱা চুটি ঠেক পটলুং, ৰঙা আঁক টনা মোজাযোৰ, গাত ফুলাম মেলিনা চোলাটো আৰু ভৰিত কম্বিনেশ্যন জোতাযোৰ পিন্ধি যিটো নিপোটল, ধুনীয়া অথচ গুণ্ডা-মাৰ্কা ল'ৰাই এদিন নগৰখনত য'তে ত'তে অশ্লীল ঘটনা কৰিছিল সেই ল'ৰাটো এতিয়া মানুহ হ'ল। তাৰ জীৱনত ঋতুৰ পৰিবৰ্ত্তন ঘটিছে। এই পৰিবৰ্ত্তন কেনেকৈ হ'বলৈ পালে তাক মোৰ বাহিৰে হয়তো আনে নেজানে।

এবেলি মৃন্ময়ী চলিহাই তাক অতি নিৰ্দ্দয়ভাৱে গালি পাৰিছিল। ঘটনাটো ঘটিছিল বহুত মানুহৰ মাজত। মানুহবোৰে ভাবিছিল—চন্দনে মৃন্ময়ীৰ মুখখন ফালি পেলাব এতিয়া।

আচৰিত কথা, ইমান গালি খায়ো সি এষাৰো মাত নমতাকৈ ভীৰুৰ দৰে তাৰপৰা আঁতৰি আহিছিল। তেতিয়া মানুহবোৰে ভাবিলে চন্দন এটা ঢোৰা সাপ !

পিচদিনা, অহুকাণে পহুকাণে বাগৰি গৈ ঘটনাটো কলেজৰ ভিতৰত বিয়পি পৰিল। আনকি অধ্যাপক-অধ্যাপিকাসকলেও কথাটো গম পালে। চন্দন যেতিয়া ক্লাচলৈ আহিল তেতিয়া সকলোৰে চকু পৰিল তাৰ ওপৰত। আনকি অধ্যাপিকা স্নিগ্ধা বৰুৱাৰো। চন্দন গহীন হৈ নিজৰ ঠাইত বহি আছিল। সম্পূৰ্ণ মৌন। মৃন্ময়ী ক্লাচলৈ অহা নাছিল। কলেজৰ ছাত্ৰ-ছাত্ৰীৰ মাজত চন্দনৰ বিষয়ে পিচত নানান আলোচনা হবলৈ ধৰিলে। অনিমেষে কলে—'চন্দনৰ নিচিনা গুণ্ডাবোৰেই ছাত্ৰসমাজৰ সন্মান হানি কৰিছে।" কস্তুৰীয়ে ক'লে—"মৃন্ময়ীয়ে প্ৰমাণ কৰি দিলে যে আজিকালি ছোৱালীয়ে কাক কেনে ব্যৱহাৰ কৰিব লাগে জানে। চন্দনে জীৱনত আৰু কেতিয়াও গুণ্ডামি নকৰিব।"

তেনেকুৱা মন্তব্যবোৰ চন্দনৰ কাণত পৰিছিলগৈ। সেয়েহে এদিন একেবাৰে বিমৰ্ষ হৈ সি মোৰ ওচৰ চাপি ক'লে, "অনিল এটা কথা।"

"কি" ?

"মোকতো সকলোৱেই গুণ্ডা বুলিয়েই জানে। কিন্তু এতিয়া বুজিছোঁ—মই গুণ্ডা নহয়। গুণ্ডা হোৱা হ'লে সেইদিনা মৃন্ময়ীক ময়ো ছুচবমান দিব পৰিলোহেঁতেন।"

"বাদ দে এইবোৰ।"

"কিয়? মৃন্ময়ীৰ তেনে আচৰণ মোৰ প্ৰাপ্য বুলি তয়ে ভাবনেকি ?"

"আকৌ বলিয়ালি আৰম্ভ কৰিলি। পাহৰি পেলা সেইবোৰ। দুদিনমানৰ পিচত সকলোৱে সেই কথা পাহৰি পেলাব।"

"পাহৰি পেলাম কিয়? আনেই বা পাহৰিব কিয়? মৃন্ময়ীকতো মই জোকোৱা নাছিলোঁ। মৃন্ময়ীক যি কৈছিলোঁ সকলো সঁচা।"

"তইনো মৃন্ময়ীক কি কৈছিলি ?"

"মৃন্ময়ীক মই কৈছিলোঁ—সেইদিনা ৰাতি তাইক মই যি অৱস্থাত দেখিলোঁ, তাই যেন তেনে অৱস্থাত আন কোনো লোকৰ চকুৰ আগত ধৰা নপৰে।"

"মৃন্ময়ীক সেইদিনা ৰাতি আক' পালি কেনেকৈ ? আমি দেখোন একলগেই চিনেমা চাইছিলোঁ।"

"চিনেমা ভগাৰ পিচত ঘৰলৈ যাওঁতেই বাটত সেই দৃশ্য মোৰ চকুত পৰিছিল। আন ক'ৰবাত দেখা হ'লেও মই সন্দেহ নকৰিলোহেঁতেন। কিন্তু এনে এঠাইত দেখিলোঁ য'ত গুণ্ডামিতকৈয়ো বেছি বাভৎসতা আছে—জান ?"

"ক চোন ক, ক'ত ?"

"নতুন চুবুৰীত। নতুন চুবুৰীৰ আটাইতকৈ ধনী মানুহজন কোন জাননে ?"

"ওহোঁ নাজানো। কোন নো ?"

"কেলৈ বংশী বৰকাকতিৰ নাম শুনা নাই ?"

"শুনিছোঁ, শুনিছোঁ—"



"বংশী বৰকাকতী। আৰু শুনিবি ?"

"ক, ক চোন ক—"

"শুন। বংশী বৰকাকতীৰ ঢেৰ ধন-সোণ আছে জান ?"

"জানো, তেওঁ ধনী মানুহ।"

"তেওঁৰ ধন-সোণৰ ময়ো এটা নিচান।"

"তাৰ মানে ?"

"তাৰ মানে নিচেই সহজ। মই বংশী বৰকাকতীৰে ল'ৰা।"

"বলীয়া নেকি তই ?"

"চুপ থাক। মই-বলীয়া ? শুন, বলিয়ালিকে কৰোঁ অলপমান।" এইবুলি খন্তেক সময় একো নোকোৱাকৈ মোৰ লগে লগে সিও আহি আছিল। তললৈ মূৰ কৰি কিবা এটা যেন সি ভাবি আহিছিল। খোজ মন্থৰ। ময়ো একো কোৱা নাছিলোঁ। অলপ দূৰ আহি সি মোৰ ফালে নোচোৱাকৈ তল মূধ কৰিয়েই আকৌ ক'বলৈ আৰম্ভ কৰিল :

"ধনৰ বলত আনে কি কৰিব পাৰিছে তাৰ খতিয়ান মই ৰখা নাই—সঁচা। কিন্তু বংশী বৰকাকতীৰ ধনৰ যে এটা অপৰাজেয় মহিমা আছে তাক স্বীকাৰ কৰিবই লাগিব অনিল। বংশী বৰকাকতীয়ে জীৱনত প্ৰমাণ কৰি দিলে যে ধন থাকিলে কৰিব নোৱাৰা কাম নাই। ধন এনে এবিধ শক্তি যাৰ বলত সমগ্ৰ মানৱসত্তাকেই বশীভূত কৰিব পাৰি। ধনৰ ওচৰত বশ্যতা স্বীকাৰ নকৰে কোনে ? বংশী বৰকাকতীৰ ধনৰ ওচৰত এদিন এজনী অশিক্ষিতা সবলা ছোৱালীয়ে যৌৱন এৰি দিছিল—বাধা দিবলৈ শক্তিহীন হৈ। তাৰ ফলত মাটিৰ বুকুলৈ আহিছিল এটি নিৰ্দ্দোষ শিশু। সেই শিশুৰ অন্তৰাত্মা কলুষিত নাছিল। তথাপি এটা ঘৃণীত নৰপশুৰ দৰে সেই শিশুৰ মানৱ অস্তিত্বই ভূমিষ্ঠ হোৱাৰ দিনাই যেন স্বীকৃতি হেৰুৱাই পেলাইছিল। এটা কলঙ্কময়ৰ দৰে, এটা উশৃঙ্খল হাঁহাকাৰৰ দৰে, সেই শিশুটি ডাঙৰ হৈ আহিল আৰু অৱশেষত সি জনাজাত

হৈ পৰিল—এটা ফটুৰা গুণ্ডামাৰ্কা ল'ৰা বুলি। নাম তাৰ চন্দন বৰবৰা।"

এইবুলি সি জেপৰপৰা এটা চিগাৰেট উলিয়াই জ্বলাই ল'লে। চিগাৰেটটোত কেইটামান দীঘল টান মাৰি—সি ক'বলৈ আৰম্ভ কৰিলে ঃ "আচল কথাটো তোক কোৱাই নাই। শুন, সেইদিনা ৰাতি চিনেমা চাই উভতি আহোঁতে বৰকাকতীৰ ঘৰৰ সমুখত—এখন গাৰীৰপৰা ছোৱালী এজনী বৰকাকতীৰ লগত নামি যোৱা দেখি মোৰ কৌতূহল জন্মিল। ছোৱালীজনীনো কোন—বুজ ল'বলৈ বুলি দুখোজমান আগবাঢ়ি গৈয়েই দেখিলোঁ—সেইজনী মৃন্ময়ী চলিহা। মৃন্ময়ীক দেখি মোৰ বৰ খং উঠিল। বৰকাকতীৰ জীৱনৰ বৰ্ব্বৰতাৰ এটা গোপন অধ্যায়ৰ মই নিজেই যদি নিচান নহলোহেঁতেন হয়তো মৃন্ময়ীলৈ মোৰ খং নুঠিলহেঁতেন। বৰকাকতীৰ ধনৰ যাদুত মৃন্ময়ীও যে আত্মহাৰা হৈছে—সেই কথাই মোৰ মনত অশান্তিৰ জোৱাৰ তুলিলে। মৃন্ময়ী আৰু বৰকাকতী! বৰকাকতী আৰু মৃন্ময়ী!!—মোৰ মন বিশৃঙ্খল হৈ উঠিল। পিতৃ আৰু কন্যা! কন্যা আৰু পিতৃ!!—অসম্ভৱ, অসম্ভৱ—এইবোৰ কথা অসম্ভৱ অনিল, অসম্ভৱ!......" তাৰ চকু দুটাৰপৰা যেন দুকুৰা জুইহে উদগীৰণ হ'ব খুজিছে! তাৰ মুখৰ ৰূপটো দেখিময়ো অস্থিৰ হৈ উঠিলোঁ।......

তেতিয়া বেলি মাৰ যাওঁ যাওঁ। অলপ সময় দুয়ো কথা নোকোৱাকৈ গৈ ব্ৰহ্মপুত্ৰৰ কাষ পালোঁগৈ। বাৰিষাৰ ব্ৰহ্মপুত্ৰ। ইপাৰ সিপাৰ মনিব নোৱাৰি। ধল আহিছে। প্ৰবল সোঁতবোৰ উৰ্ব্বশী উনানন্দত ঠেকা খাইছে। প্ৰচণ্ড ঢৌ উঠিছে। মাজত টুলুঙা নাৱত উঠি খৰি ধৰা মানুহে খৰি ধৰিছে। দূৰত কোম্পানীৰ জাহাজবোৰে গুম গুমাইছে। মাৰ যাওঁ যাওঁ হোৱা বেলিটোৰ ৰশ্মি পৰি ব্ৰহ্মপুত্ৰৰ কলিজাখন ৰঙা হৈ জিলিকিছে। কেউপিনেই যেন এটা ভয়ানক হাঁহাকাৰ......

দুয়ো শিল এছটাৰ ওপৰত বহি খন্তেক সময় ব্ৰহ্মপুত্ৰৰ বুকুলৈ



চাই থাকিলোঁ। এবাৰ মাজতে চন্দনলৈ চাইছিলোঁ। তাৰ চকু—পানীৰ ওপৰত। স্থিৰ। যেন তাৰ গোটেই মনটো ব্ৰহ্মপুত্ৰৰ পানীৰ মাজেৰে গভীৰ তলীত গৈ নিমজ্জিত হৈছে।......

দুয়ো নিমাত। কেউপিনে নদীৰ বুকুৰপৰা ভাহি অহা বাঢ়নী পানীৰ খলকনি। সেইবোৰ কাষৰ ওখ গৰাবোৰত ঠেকা খাই প্ৰতিধ্বনিত হৈছিল। চন্দনৰ চকু দুটা তেতিয়াও নদীৰ গভীৰ বুকুত স্থিৰ।

তালৈ মোৰ সহানুভূতি জাগিছিল। কিন্তু মনে মনে এষাৰ কথা নভবাকৈ থাকিব নোৱাৰিলোঁ। মৃন্ময়ীয়ে যেনিবা বংশী বৰকাকতী নেলাগে হেজাৰজনৰ লগত ৰাতি কটাওক, চন্দনৰ তাৰ বাবে মূৰ ঘমোৱাৰৰ প্ৰয়োজন কিহৰ! মনৰ কথা মনতে নাৰাখি চন্দনক কৈ দিলোঁ—"বুজিছ চন্দন, তয়েই নলগা জেঙত লাগি ভুল কৰিলি। মৃন্ময়ীৰ বাবে মূৰ ঘমোৱাৰ কি প্ৰয়োজন আছে তোৰ?"

কথাষাৰ শুনি সি মোৰ মুখলৈ চালে। তাৰ চকু দুটাতেই যেন বহুত কথা অপ্ৰকাশিত হৈ লুকাই আছে—এনে লাগিল মোৰ। মোৰ মুখৰপৰা দৃষ্টি আঁতৰাই নি সি এবাৰ সিপাৰৰ ৰিণিকি ৰিণিকি জিলিকি থকা সেউজীয়া গছ-গছনিবোৰলৈ চালে। তাৰ পিছত ওপৰলৈ মূৰ কৰি চালে আকাশৰ পিনে। জাক জাক চৰাই—মুকলি মনেৰে উৰিছে। উৰি উৰি নিজৰ বাহলৈ গৈছে। এইবাৰ সি তললৈ মূৰ কৰি হুমুনিয়া এটা পেলালে! তাৰ পিছত খন্তেক সময় মৌনভাৱে পাৰ হৈ গ'ল। মই তেনেকৈ বহি থাকি আমনি বোধ কৰিছিলোঁ। সেইদেখি তাক ক'লোঁ—"বল চন্দন ঘৰলৈ যাওঁগৈ"।

"এতিয়াই?"

"আন্ধাৰ হলেই আৰু। বজাৰলৈ যাব লাগে অ' মই।"

"ৰবি, অলপ বহ। মোৰ আৰু কেইটামান কথা শুনি ল। তই কৈছিলি—মৃন্ময়ীৰ বিষয়ে মোৰ মূৰ ঘমোৱাৰ কিহৰ প্ৰয়োজন! প্ৰয়োজন কিহৰ কওঁ শুন। মৃন্ময়ীৰ বাপেক ঢুকুৱাৰ পিচত মাকৰ

ওপৰতেই গোটেই ঘৰখনৰ দায়িত্ব পৰিছিল। মৃন্ময়ীহঁতৰ বহুত মাটী-বাৰী আছে জান ?"

"জানো, সেইবোৰতো যেয়ে সেয়ে খাই গৈছে এতিয়া। কেলৈ, আমাৰ ৰত্নেশ্বৰৰ ককায়েক ডিচেম্বৰ ডেকাও জানো সিহঁতৰ মাটিতেই ঘৰ সাজি থকা নাই ?"

"কিয় নাই ? ডিচেম্বৰ ডেকাৰপৰাই মই মৃন্ময়ীহঁতৰ 'বিষয়ে আচল খবৰবোৰ জানিব পাৰিছিলোঁ। এবাৰ ৰত্নেশ্বৰৰ বৰ টান বেমাৰ হৈছিল। মনত আছে নহয় তোৰ ?"

"অ', আজি কেইমাহমান হ'ল হ'ব পায়।"

"হ'ল, কেবা মাহো হ'ল। ৰত্নেশ্বৰৰ বেমাৰ হ'লত ভাবিলোঁ, একেখন বেঞ্চতে বহোঁ। ইমান টান বেমাৰ হৈছে যেতিয়া খবৰ এটা লোৱা উচিত হ'ব। সেইবুলি সিহঁতৰ ঘৰলৈ গৈছিলোঁ।"

"পিছে ?"

"সেইদিনাই কথাত কথা ওলাওঁতে ডিচেম্বৰ ডেকাই মৃন্ময়ীহঁতৰ আচল সন্দেহটো দি দিলে। ৰত্নেশ্বৰক যিজন ডাক্তৰে চিকিৎসা কৰিছিল—তেওঁৰ মতে—মৃন্ময়ীৰ বাপেক প্ৰসন্ন চলিহাৰ বোলে স্বাভাৱিক মৃত্যু হোৱা নাছিল।"

"হয় নে কি ? কেনেকৈ মৰিল তেনেহলে ?"

"চলিহাই নিজে বিহ খাইছিল, নতুবা ঔষধৰ লগত কোনোবাই বিহ মিহলাই দিছিল।" এইবুলি চন্দনে এটা হুমুনিয়া পেলালে —যেন সিও চলিহাৰ তেনে মৃত্যুত অনুতপ্ত। মোৰ মনত উগুল-থুগুল লগাত সুধিলোঁ—"তেওঁৰ কিবা মানসিক অশান্তি হৈছিল নেকি ?"

"মানসিক অশান্তি ? মই শুনা মতে ভয়ংকৰ। পুৰণি ভাব-চিন্তা ৰীতি-নীতিৰে পৰিপূৰ্ণ এখন সমাজত প্ৰসন্ন চলিহাই নিজকে খাপ খুৱাই লব নোৱাৰিলে। এই নদীৰ বুকুৰেদি কেইদিনমান ভটীয়াই গলেই তেতিয়াৰ পুব ভাৰতৰ ইংৰাজী শিক্ষাৰ কেন্দ্ৰ কলিকতা নগৰী



পাবলৈ আৰু তাত উচ্চ ইংৰাজী শিক্ষা লৈ বৃটিছ সাম্ৰাজ্যৰ যথাৰ্থ গোলাম হিচাপে নিজকে গঢ়ি তুলিবলৈ প্ৰয়োজন হৈছিল কেৱল অলপ অৰ্থৰ, আৰু ঘৰুৱা উৎসাহৰ। চলিহাৰ এইকণ সামৰ্থ্য আছিল। চলিহা কলিকতালৈ গ'ল, উচ্চ ইংৰাজী শিক্ষা ল'লে আৰু উভতি আহি বৃটিছ চৰকাৰৰ এটা উচ্চ পদবীও লাভ কৰিলে। আন বহুতৰ দৰে চলিহাও হৈ পৰিল সময়ৰ পুতলা, এহাতে দেশীয় পৰিবেশ, আনহাতে উচ্চ ইংৰাজী শিক্ষাই দিয়া পশ্চিমীয়া উদাৰতা। এই দুটা শক্তিৰ সংঘাতৰ জুইকুৰাত ঘি ঢালিবলৈ আহিল পাৰ্ব্বতী চৌধুৰী। পাৰ্ব্বতী চৌধুৰীৰ মনতো আধুনিকতাৰ পছোৱাই সিহঁৰণ তুলিছিল। জমিদাৰ ব্ৰজেন চৌধুৰীৰ শিক্ষিত পৰিয়ালৰ কন্যা স্বৰূপে পাৰ্ব্বতীৰ আধুনিকতা আছিল প্ৰাপ্য। জুইৰ শিখাৰ নিচিনা ৰঙা দুখনি গাল, বৃত্তাকাৰ—আৰু ক্ৰমশঃ জোঙাল বুকু, এমোথন কঁকাল, মাংসল লাহী উৰুযুগল আৰু পিছৰ পিনে কঁকালৰপৰা তললৈ ধেনুভিৰীয়া শৰীৰাংশৰে মোহনীয় আছিল পাৰ্ব্বতী চৌধুৰীৰ দেহ লাৱণ্য। এদিন চলিহা—এই পাৰ্ব্বতী চৌধুৰীক হোমাগ্নি সাক্ষী কৰি জীৱনৰ অৰ্দ্ধাঙ্গিনী কৰি আনিলে, আনিলে এটা সম্ভ্ৰান্ত পৰিয়ালৰ নতুন বোৱাৰী কৰি। আচল আধ্যায়টো আৰম্ভ হ'ল ইয়াৰপৰাই। তেতিয়া দেশলৈ নবাগত উচ্চ ইংৰাজী শিক্ষাৰ মায়াজালে হাকিম প্ৰসন্ন চলিহাৰ মানস প্ৰবৃত্তিবোৰ কৰি তুলিছিল সম্পূৰ্ণ পাশ্চাত্যগন্ধী। কেৱল ঘৰৰ ভিতৰতেই নহয়, বাহিৰতো, সমাজতো চলিহা হৈ পৰিল অতি উদাৰ। যদি শ্ৰীমতী পাৰ্ব্বতী চলিহা ক'ৰবাত ফুৰিবলৈ অকলে ওলাই যায় তেওঁ বাধা নিদিয়ে। শ্ৰীমতী চলিহা দোভাগ নিশা ভ্ৰমণ অন্ত কৰি ঘৰত সোমালেও তেওঁ একো নকয়। প্ৰসন্ন চলিহাই ভাবিছিল—নাৰীৰো পুৰুষৰ সমানেই স্বাধীনতা থকা উচিত। নাৰী আৰু ঘৰচীয়া জন্তুৰ মাজত পাৰ্থক্য আছে। মুঠ কথাত নাৰীক পোহনীয়া কুকুৰ-মেকুৰীৰ নিচিনাকৈ ৰাখিব নাপায়। চলিহাৰ মন বহল। কিন্তু এই বহল মনৰ আঁৰে আঁৰে এটা বিষাক্ত

'এন্টিথেচিচ' গঢ়ি উঠিল। ৰূপৱতী পাৰ্ব্বতী চলিহাই এতিয়া বহুতো পুৰুষৰ লগত মুকলিকৈ ফুৰিবলৈ পাই দেখিলে—তেওঁৰ স্বামীতকৈয়ো বেছি ধুনীয়া, বেছি স্বাস্থ্যবান, বেছি মৰমিয়াল আৰু বেছি লোভ লগা মানুহ ঢেৰ আছে। দিনে দিনে পাৰ্ব্বতী চলিহাৰ চকুত প্ৰসন্ন চলিহাৰ দোষবোৰ বেছিকৈ ধৰা পৰিবলৈ ধৰিলে। এদিন বাণিজ্য সম্পৰ্কীয় আলোচনা চক্ৰ এখনত বংশী বৰকাকতীক লগ পালে শ্ৰীমতী চলিহাই। আলোচনা চক্ৰত নিজৰ ব্যৱসায় বৃদ্ধিৰ বিষয়ে কওঁতে প্ৰকাশ পোৱা বৰকাকতীৰ দাম্ভিকতাটো বৰ ভাল লাগিল পাৰ্ব্বতীৰ। পাৰ্ব্বতীয়ে ভাবিলে পুৰুষ বুলিলে এওঁৰ নিচিনাই দাম্ভিক হ'ব লাগে। দেখাতো বৰকাকতী মানুহজন—মোহ লগা, লোভ লগা। তাৰ পাছৰপৰাই পাৰ্ব্বতী চলিহাই বৰকাকতীক মনে মনে লগ দিবলৈ ধৰিলে। এতিয়া পাৰ্ব্বতীয়ে সুবিধা বুজি বৰকাকতীৰ লগত বশিষ্ঠাশ্ৰম, সোণাপুৰ, বৰণীহাট, কুল্‌চি আদি ঠাইত ফুৰিবলৈ যায়। আনকি কেতিয়াবা প্ৰসন্ন চলিহাৰ অনুপস্থিতিত ডুপৰীয়া তেওঁৰ বিচনাতে দুয়ো পৰি থাকে।" কথাখিনি কৈ অলপ সময় মৌন হৈ থাকিল। মই ইপিনে পাচৰ ঘটনাবোৰ শুনিবলৈ উৎকণ্ঠিত হৈ উঠিছিলোঁ। সেইদেখি তাক ক'লোঁ—

"তাৰ পিছত ?"

"তাৰ পিছত এটা ডাঙৰ ঘটনা ঘটিল। প্ৰসন্ন চলিহাই হয়তো ভাবিছিল—আৰু দুবছৰমানৰ পাচতহে তেওঁলোকৰ এটা সন্তান হোৱা উচিত। মিছাকৈ বনৰ পশুৰ দৰে বহু সন্তানৰ জন্ম দিয়াতকৈ লাহে লাহে এটি বা দুটি সন্তান হওক। সিহঁতৰ জীৱন সুন্দৰ কৰি গঢ়ি তুলি এটি সংস্কৃত সৰু পৰিয়াল হ'ব তেওঁলোকৰ—এয়ে হয়তো কামনা আছিল চলিহাৰ। কিন্তু দুৰ্ভাগ্যৰ কথা, তেওঁৰ অশেষ সতৰ্কতা সত্বেও বংশী বৰকাকতীৰ লগত সান্নিধ্য ঘটাৰ এবছৰৰ ভিতৰতেই পাৰ্ব্বতী গৰ্ভৱতী হ'ল। সেই দিনবোৰ প্ৰসন্ন চলিহাই কেনেকৈ কটাইছিল—তাৰ সঠিক বিবৰণ পোৱা নাযায়। কিছু দিনৰ



মূৰত যেতিয়া পাৰ্ব্বতীৰ এটি কন্যা সন্তান জন্ম হ'ল— তেতিয়া অৰণ্যে প্ৰসন্ন চলিহা অস্থিৰ নোহোৱাকৈ থাকিব পৰা নাছিল। তেওঁৰ সমগ্ৰ মানসসত্তা অশান্ত হৈ উঠিল, তেওঁৰ কাম-কাজ অনিয়মীয়া হ'ল, তেওঁৰ মাত-বোল বন্ধ হৈ গ'ল, আনকি তেওঁৰ খাৱন-শোৱনো ঠিক নাইকিয়া হ'ল।" এইবুলি সি জেপৰপৰা চিগাৰেট এটা উলিয়াই জ্বলাই ল'লে। তেতিয়া পৃথিবীৰ বুকুলৈ সন্ধ্যা নামি আহিছিল। সূৰ্য্যাস্তৰ পিছত বিয়পি পৰা আন্ধাৰবোৰ যেন এজনী ৰাংচালী ৰূপহী কন্যাৰ গাত মেৰিয়াই দিয়া কৃষ্ণ আবৰণ এটাহে—এনে লাগিল মোৰ।...

চন্দনে এবাৰ আকাশলৈ মূৰ তুলি চালে। প্ৰশস্ত, অথচ যেন কিবা এটা তাড়নাত ম্লান হৈ আহিছে !

চিগাৰেটটোত টান এটা মাৰি সি আকৌ ক'বলৈ ধৰিলে ঃ

"বুজিছ অনিল, ঠিক এই দিনান্তৰ দৰে প্ৰসন্ন চলিহাৰ জীৱনলৈয়ো আহিল এক নিদাৰুণ আন্ধাৰৰ বিস্তৃতি। মানসিক উত্তেজনা নাই, অথচ কিবা এক কঠোৰ অবদমনৰ চাপ। হয়তো বংশৰ মৰ্য্যাদা ক্ষুণ্ণ হ'ব বুলি ভয় কৰিয়েই চলিহা নীৰৱে থাকিল। সেই নীৰৱতাত মানিব নোৱাৰা যাতনাবোৰে তেওঁৰ কলিজাখন মনে মনে খুলি খুলি খাবলৈ ধৰিলে। লাহে লাহে তেওঁৰ স্বাস্থ্য ভঙ্গ হৈ আহিল আৰু ইমানদিনে চেপি ৰখা মনৰ অশান্তিবোৰ পিছত বজ্ৰকঠোৰভাৱে জাগ্ৰত হৈ পৰিল। চলিহাৰ ৰক্তচাপ আৰম্ভ হ'ল। ৰত্নেশ্বৰক চোৱা ডাক্তাৰজনৰ দদায়েকো আছিল এজন ডাক্তৰ। তেৱেঁই চলিহাক চিকিৎসা কৰিছিল। ডাক্তৰৰ অশেষ চেষ্টাৰ মূৰতো অনিয়মিত আচৰণৰ বাবে চলিহাৰ ৰক্তচাপ কমক চাৰি বাঢ়িবলৈহে ধৰিলে। এইদৰে কিছুদিন যোৱাৰ পিছত—এদিন চালিহাৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যু স্বাভাৱিক নহয় বুলিয়েই ভালেমান লোকে ভাবে। কিছুমানে আক' তেওঁক শ্ৰীমতী পাৰ্ব্বতী চলিহা অথবা বংশী বৰকাকতীৰ তৰফৰপৰা বিহ খুৱাই হত্যা কৰা হ'ল বুলি ধাৰণা কৰে।"

চালিহাৰ মৃত্যুৰ ইতিবৃত্ত শেষ কৰি চন্দন খন্তেক সময় মৌন হৈ

থাকিল। কথাবোৰ শুনাত অতিনাটকীয় যেন অনুমান হৈছিল মোৰ। তথাপি মানি লবলৈ বাধ্য হলো। আমাৰ কাৰণে এইবোৰ কথা অতি-নাটকীয় যেন লাগিলেও, সম্ভ্ৰান্ত পৰিয়াল এটাত মানসিক আচৰণ আৰু পৰিবেশৰ অন্তৰ্দ্বন্দ্বত হয়তো এনেকুৱা অতিনাটকীয় ঘটনা ঘটাটো আশ্চৰ্য্যজনক কথা নহয়। অলপ সময় তাকে ঠাৱৰ কৰিবলৈ চেষ্টা কৰাৰ মুৰত—ভাবিলোঁ সময় হ'ল যথেষ্ট। এতিয়া ঘৰাঘৰি যোৱাই ভাল। সেইদেখি চন্দনক ক'লোঁ—"চন্দন ঘৰলৈ নেযাৱনে ?"

চন্দনে কোনো উত্তৰ নিদিলে। মই বিৰক্তি বোধ কৰি আকৌ তাক ক'লোঁ—"ঐ, উঠ, উঠ, মোৰ সিপিনে বজাৰ-সমাবো গ'ল !" এইবাৰো সি কোনো সহাঁৰি নিদিলে। মই আৰু ধৈৰ্য্য ধৰি তাত থাকিব নোৱাৰোঁ। সেইবুলি থিয় হলোঁ। এনেতে সি মাত দিলে—

"ৰবি, তোক মাত্ৰ চিনাকি কৰি দিলোঁ বংশী বৰকাকতী আৰু পাৰ্ব্বতী চালিহাৰ কন্যা মৃন্ময়ী চালিহাৰ লগত। এইবাৰ তোক চন্দন বৰুৱাৰ লগতো চিনাকি কৰি দিব লাগিব।"—এইবুলি সি শব্দ কৰি হাঁহিলে! প্ৰথমতে সৰু শব্দ কৰি, পিছত ডাঙৰকৈ, তাৰ পিছত আৰু ডাঙৰকৈ সি বিকটভাৱে হাঁহিবলৈ ধৰিলে।

"পাগল নেকি ? এনেকৈ হাঁহিলে মানুহে শুনিলে কি ক'ব হেৰ ?"

"মানুহে ! মানুহে বহুত হাঁহি শুনিছে। দেখিছেও কেৱল হাঁহি। কিন্তু মানুহেতো বিচাৰ লোৱা নাই—তেনেকুৱা হাঁহিৰ কবৰত কিমান তাড়না, কিমান যন্ত্ৰণা থাকিব পাৰে !" এইবুলি সি অকমান মনে মনে থাকিল। তাৰ পিছত তললৈ মুৰ কৰি—গম্ভীৰ স্বৰেৰে ক'লে—"এতিয়া তোৰ আগত মই উন্মাদৰ দৰে হাঁহিছোঁ। ঠিক এই মুহূৰ্ত্ততেই কোনোবা এখন নগৰীত এজনী নাৰীয়ে মোতকৈয়ো বীভৎস হাঁহি-খিকিন্দালিৰে কোনোবা পুৰুষৰ দেহ-মনত খোৰাক যোগাইছে। সেইজনী কলুষিতা নাৰীৰ নাম চম্পা। এসময়ত বংশী বৰকাকতীৰ ঘৰত চম্পা নামৰ এজনী কাম-বন কৰা ছোৱালী আছিল। কলপতীয়া



আঁচুৰে ফুলবছা কপাহী মেখেলাখন, গাত মেখেলাখনৰ সমানেই ডাঠ ষাঠি নম্বৰ সুতাৰ চেলেংখন আৰু এমখা ফুলীয়া ছাব থকা কপাহী ব্লাউজটো পিন্ধি চম্পাই যেতিয়া বৰকাকতীৰ চোতাল সাৰে তেতিয়া পুহমহীয়াও তাইৰ কপালৰপৰা ঘাম সৰে, গাল দুখন টিক্ টিক্কৈ ৰঙা হৈ উঠে। তাইৰ গাৰ অঙ্গে অঙ্গে ভৰ যৌৱনৰ চাপ। বৰ-কাকতীৰ ঘৰৰ লগুৱা বিধুৰামৰ তাইৰ ওপৰত বৰ চকু। সুবিধা পালেই তাইক কিবা এষাৰ কৈ সি বৰ ৰং পাইছিল। তাইৰো বিধুৰামৰ প্ৰতি আসক্তি হৈছিল। বিধুৰামৰ লগত পলাই যাব বুলি পাঙি থাকোঁতেই তাইৰ এটা পুত্ৰ সন্তান হ'ল। চম্পা গৰ্ভৱতী হোৱাৰ দিন ধৰি বিধুৰামে তাইক ঘিণ কৰি আহিছিল। তাৰ প্ৰেমৰ জুইকুৰা জুমাই ছাই হৈ গৈছিল। চম্পাই বিধুৰামক কেইটামান কথা ক'বলৈ চেগ বিচাৰি আছিল। তাই ক'বলৈ বিচাৰিছিল—সি যেন তাইক ক্ষমা কৰে। দোষটো তাইৰ নহয়। দেউতাৰ কোঠাটো সাৰিবলৈ গ'লে—দেউতাই তাইক কোলাত তুলি লয়। মৰম কৰে। চুমা খায়। তাইৰ গাটোৰ লাজ লগা ঠাইবোৰত ধৰে আৰু……ইচ্ ইমান আচৰিত দেউতাটো ! তাইনো বাধা দিয়ে কেনেকৈ ! তাইৰ যে সিমানখিনি সাহ নাই। দেউতাই যদি ঘৰৰপৰা খেদি দিয়ে ! ক'লৈ যাব তাই ? তাইৰ যে এই পৃথিবীত আৰু কোনো নাই। তাই সৰু হৈ থাকোঁতেই তাইৰ মাক-বাপেক সকলো কলেৰা বেমাৰত মৰিল।……

বিধুৰামৰ অনিচ্ছা সত্ত্বেও বৰকাকতীয়ে চম্পাক কেঁচুৱাটোৰ সৈতে বিধুৰামক গটাই দিলে। বিধুৰামৰো বৈষয়িক অৱস্থা আছিল শোচনীয়। গতিকে চম্পাক তেনে অৱস্থাত টকা দুশৰ সৈতে গটাই দিয়াত—টকাৰ লোভটো সামৰিব নোৱাৰিয়েই বিধুৰামে চম্পাক লৈ বেলেগ এঠাইত থাকিবলৈ ল'লে। ঘৰটোও অৱশ্যে বৰকাকতীয়েই দিছিল।

চম্পাক লগত ৰাখি বিধুৰামে নতুন ঘৰ ল'লে সঁচা, কিন্তু চম্পাৰ

প্ৰতি তাৰ যি ঘৃণা জন্মিছিল—তাক সি পাহৰিব নোৱাৰিলে। এটা যন্ত্ৰৰ দৰে সি ঘৰটোত কৰিবলগীয়া কাম-বন কৰে, কাকো মাত-বোল নকৰাকৈ অকলশৰীয়াকৈ থাকে। ভাত খাবৰ সময়তো সেই। আঞ্জা অকণো সি খুজি নলয়। চম্পাই দিলে দিয়ে, নিদিলেও নাই। চম্পাক মাত দিয়াটো দূৰৰ কথা, আনকি তাইয় চকুলৈকো নাচায়। ক'ৰবাৰ আচহুৱা মানুহৰ দৰে সি আলেঙে আলেঙে ফুৰে। এইদৰে কেইবা বছৰো পাৰ হৈ গ'ল। ইপিনে চম্পাৰ সন্তানটোও ডাঙৰ-দীঘল হ'ল। চম্পাৰ ল'ৰাটো ডাঙৰ হ'লত বিধুৱে আনকি ল'ৰাটোৰ শৈশৱৰ ছুষ্টালিবোৰো সহিব নোৱাৰিছিল। কিবা এটা বস্তু নি ক'ৰবাত পেলালেগৈ বিধুৱে তাক চৰ এটা হলেও নমৰাকৈ নাথাকিছিল। সেই কথাতে লাগি দিনৰ দিনটো সি ঘৰখনত ভোৰ ভোৰাই থকা হ'ল। এইবিলাক কথা চম্পাৰ অসহ্য হ'ল। এদিন হঠাৎ চম্পা নিৰুদ্দেশ হ'ল। বিধুৱে শদিয়াৰপৰা ধুবুৰীলৈকে চম্পাৰ সন্ধান বিচাৰিলে। নিজে ঘূৰিলে, চিনাকি মানুহলৈ চিঠি লিখিলে, আনকি বাতৰি কাকতত বিজ্ঞাপনো দিলে। কিন্তু চম্পাৰ কোনো সুং-সূত্ৰ পোৱা নগ'ল।......

ইতিমধ্যে কেইটামান বছৰ পাৰ হৈ গৈছিল। এদিন মনৰ বেজাৰ পাতলাবলৈ বিধুৱে গোটেই ঘটনাখিনি চম্পাৰ ল'ৰাটোক বিবৰি ক'লে। নিজৰ জীৱনৰ কৰুণ পৃষ্ঠপটটো দেখিবলৈ পাই ল'ৰাটোৰ মনত এটা হীনাত্মিক ভাব জাগি উঠিল। সেই ভাবটোৱেই লাহে লাহে বিকৃত আকাৰ ধাৰণ কৰি এক কঠোৰ উন্মত্ততাত পৰিণত হৈ পৰিল। ল'ৰাটোৱে পঢ়া-শুনা আওকাণ কৰিবলৈ ধৰিলে। ৰাতিপুৱাৰপৰা গধূলিলৈকে প্ৰতিটো মুহূৰ্ত্ত সি উদণ্ড হৈ কটাবলৈ ল'লে। তাৰ এনে লগা হ'ল যেন আনে তাক ঘিণ কৰাটোৱেই তাৰ জীৱনৰ প্ৰাপ্য—তাতেই তাৰ জীৱনৰ সাৰ্থকতা!......

সেই উন্মত্ততা এদিন বেছি মূৰ্ত্তিমান হৈ উঠিল—যেতিয়া পিয়নে বিধুৰামৰ হাতত এখন মনি অৰ্ডাৰ দিলেহি। পাঁচ শ টকাৰ মনি



অৰ্ডাৰ। বিধুৰামলৈনো পাঁচ শ টকা কোনে পঠাইছে—এই খুতুৰনি আঁতৰাবৰ বাবে সি বিধুৰামক সুধিলে—

"ক'ৰ পৰা আহিছে টকা?"

"উত্তৰ প্ৰদেশৰপৰা"?

"উত্তৰ প্ৰদেশৰ—কোন ঠাইৰপৰা"?

"কেলৈ তোক?—উত্তৰ প্ৰদেশৰ এখন নগৰৰপৰা আহিছে।"

"কোনে পঠাইছে?"

"মোলৈ যিয়েই টকা নপঠাওক, তোৰ কিহৰ দৰকাৰ?"

"মই জানিলে কিবা হ'বনেকি"?

"হওক বা নহওক, তোৰনো জনাৰ কি দৰকাৰ অ', কি দৰকাৰ?" —এইবুলি বিধুৰামে মনি অৰ্ডাৰৰ তলৰপৰা ফালি দিয়া ৰচিদ আৰু টকখিনি লৈ ভিতৰলৈ সোমাই গ'ল। তাৰ পিছত টিনৰ বাকচটো খুলি টকাখিনি লেফেফা এটাত ভৰাই থৈ বাকচটো বন্ধ কৰি—চুচুক্ চামাক্‌কৈ ৰচিদখনত থকা কথাবোৰ পঢ়িবলৈ ধৰিলে। মোৰ মনৰ উচপিচনি বাঢ়ি গ'ল। বিধুৰামলৈ পৰোৱা নকৰি একে কোবেই গৈ হাতৰপৰা ৰচিদখন টান মাৰি আনিলোঁ। লগে লগে বিধুৰামে গৰজি উঠিল—

"ভাল কথা নহ'ব দেই চন্দন, ভাল কথা নহ'ব। সেইখন যদি পঢ় তেনেহলে ধৰি লবি—তই মোৰ মূৰ চোবাইছ, হেৰ' হোৰ মূৰটো চোবাইছ!"

পঢ়িম বুলি চাবলৈ ধৰা ৰচিদখন নপঢ়িলোঁ। বিধুৰামক দি দিলোঁ। বিধুৰামৰ শপত মই নেওচা দিব নোৱাৰোঁ। বিধুৰাম মোৰ আশ্ৰয় দাতা, মই বিধুৰামৰ তোলনীয়া সন্তান। বিধুৰামৰ শপত নেওচা দিলে মোৰ অন্যায় হ'ব, পাপ হ'ব। বিধুৰামৰ কথা ৰাখিলেও মোৰ মনত এটা কথা যেন শেষ নোহোৱাকৈ ৰৈ গ'ল। ইমানবিলাক টকা কোনে পঠাইছে? বিধুৰামে কোন মানুহৰ লগত টকা-পইচাৰ ক্ষেত্ৰত জড়িত? বংশী বৰকাকতীয়ে পঠাইছে? নিজে

নাহি, মানুহৰ চকুৰপৰা আঁতৰি থাকি সন্মান বজাই ৰাখিবলৈ—হয়তো ববকাকতীয়ে মনি অৰ্ডাৰ কৰি টকা পঠাবও পাৰে। হয়তো ববকাকতীয়ে মোৰ বাবেই বিধুৰামলৈ এনেকৈ মাজে মাজে টকা পঠিয়াই থাকে। মনত মোৰ এইবাৰ উৎকণ্ঠা আগতকৈয়ো বেছি হ'ল। সেইদেখি মনৰ কথা সামৰি নাৰাখি বিধুৰামক ক'লোঁ—

"তেনেহলে বংশী ববকাকতীয়ে মাজে মাজে টকা পঠাই থাকে ?"

কথাষাৰ শুনি বিধুৰাম চক্ খাই উঠিল। চক্ খাই উঠিল হয়, কিন্তু কোনো কথা নক'লে। এই মৌনতা ভাঙি আকৌ ক'লোঁ—

"এবেলি চম্পাক আদৰি আনি যি ভুল কৰিছিল, সেই ভুলটো সংশোধন কৰিব পাৰিব লাগিছিল। টকাৰ মোহত এবেলি পাপক আশ্ৰয় দিলে। টকাৰ মোহত এতিয়াও সেই পপীয়া সম্বন্ধ ছিঙিবলৈ সাহ কৰিব পৰা নাইনে আপুনি ?"

এইবাৰ বিধুৰামে চিঞৰি উঠিল—"চুপ থাক, চুপ চন্দন, মোৰ মূৰটো গৰম কৰি নলবি !"

কথাষাৰ কোৱাৰ লগে লগে বিধুৰামৰ চকু দুটা ৰঙা হৈ উঠিল। দুবাৰমান ঘন ঘনকৈ উশাহ লৈ সি এইবাৰ কৈ গ'ল ঃ

"পাপ কৰিলে আনে, আৰু সেই পাপৰ বোজা কঢ়িয়াবলগীয়া হৈছোঁ মই। ভাবিছনেকি অকল ববকাকতীয়েই পাপী ?—তোৰ মাৰো পাপী। মোৰ ঘৰৰপৰা পলাই গৈ—তোৰ মাৰে এতিয়া যি বৃত্তি অৱলম্বন কৰিছে—সি ববকাকতীৰ পাপতকৈয়ো ডাঙৰ পাপেৰে ভৰা। নহ'লে—এই পাঁচ-শ টকা পঠাবলৈ টকাতো যাদু নহয়—মন্ত্ৰ মাতিলেইতো টকা নোলায় ! বেশ্যাৰ টকা ! ছিঃ "—এইবুলি বিধুৰামে ভিতৰ সোমাই বাকচটো খুলি এজাপ নোট আনি মোৰ ফালে দলিয়াই দি ক'লে—

"এইবোৰ, মাৰে পঠোৱা টকা ল। ল। আৰু মোৰ ঘৰৰপৰা ওলাই যা। মৰ গৈ কৰ'বাত। মৰি যা। জীয়াই আছ কেলৈ ? এনেকৈ জীয়াই থাকেনেকি মানুহ ? এনেকৈ মানুহ জীয়াই



থাকেনেকি ??……" কথাবোৰ কৈ বিধুৰাম তাৰপৰা আঁতৰি গ'ল। মই খন্তেক সময় বজ্ৰপাত পৰা মানুহৰ দৰে ৰৈ থাকিলোঁ। মোৰ আইৰ বৰ্ত্তমান জীৱনৰ পৰিচয়টো পাই—মোৰ মূৰটো ঘূৰাই যোৱা নিচিনা লাগিল। আইৰ প্ৰতি মোৰ ঘৃণা জন্মিল ! আইৰ প্ৰতিয়েই যেতিয়া ঘৃণা জন্মিল, নিজৰ প্ৰতি আৰু সহানুভূতি থাকে কেনেকৈ ? সেইদেখি বিধুৰামৰ নিৰ্দ্দেশ মতে ভাবিলোঁ বিধুৰামৰ ঘৰৰপৰা ওলাই যাওঁ। ক'ৰবাত থাকিবলৈ পালে থাকিম, নাপালে নাই। কিন্তু বিধুৰামৰ ঘৰত থাকিব নোৱাৰি। ইয়াত থকা মানেই মুহূৰ্ত্তে মুহূৰ্ত্তে জীৱনটোৰ বিষয়ে সচেতন হোৱা। তেনে চেতনাই মোক খুলি খুলি খাব…

তাৰে টকা তাতে পেলাই মই মোৰ কাপোৰ-কানি, কিতাপ-পত্ৰবোৰ বান্ধি-মেলি বাকচত ভৰাবলৈ ল'লোঁ। বিচনাখনো বান্ধি পেলালোঁ। তাৰপিছত কোঠাটোৰ চাৰিও পিনে এবাৰ চকু ফুৰালোঁ। বৰ মৰমৰ কোঠা এইটো। ইয়াতেই মোৰ কলুষিত জীৱনটো গঢ়ি উঠিছিল। এই কোঠাটোৰ প্ৰতি বিন্দুতেই মোৰ সুদীৰ্ঘ অতীতৰ যন্ত্ৰণাময় বুৰঞ্জী অলিখিত হৈ ৰৈ আছে। কোঠাটো বৰ মৰমৰ, বৰ মৰমৰ। তথাপি……

তথাপি যাবই লাগিব। নাজানো এই যোৱাৰ শেষ ক'ত ? য'তেই নহওক শেষ, যাবই লাগিব।

এখন হাতৰে বাকচটো আৰু আনখন হাতেৰে বিচনাৰ সৰু টোপোলাটো লৈ কোঠাটোৰপৰা ওলাই আহিলোঁ। পদূলিৰ মূৰ পাওঁতেই পিছফালৰপৰা কোনোবাই মোৰ বাহুত হাত দিয়াৰ দৰে অনুমান কৰি ঘূৰি চালোঁ। বিধুৰাম ? কন্দনামুৱা হ'ল যে বিধুৰামৰ মুখখন। বিধুৰামৰ মুখখন ইমান কন্দনামুৱা কিয় ?……

তাৰ পিছত বিধুৰামৰ চকুৰপৰা টপ্ টপ্কৈ কেইটোপালমান চকুপানী সৰি মোৰ গাৰ ওপৰত পৰিছিল।……চকুপানীবোৰ চুবীয়াখনৰ আগেৰে মচি বিধুৰামে ক'লে—"ইয়াৰ কাৰণেই ইমান

দিনে তুলি-তালি ডাঙৰ দীঘল কৰিলোঁ নহয়—চন্দন ? এই বুঢ়াটোক অকলে এৰি থৈ যাব খুজিছ যদি যাগৈ……যাগৈ……"। কথাষাৰ কৈ বিধুৰাম আঁতৰি গ'ল।……

আকৌ মোৰ মৰমৰ কোঠাটোলৈ উভতি আহিলোঁ। বিধুৰামক মই কোনো দিনেই অকলে এৰি যাব নোৱাৰোঁ। বাস্তৱ অৰ্থত বিধুৰামেই মোৰ পিতৃ। বৰকাকতীয়ে কেৱল মোৰ গাটোৰ বাবেহে পিতৃত্ব দাবী কৰিব পাৰে; মোৰ জীৱনটোৰ বাবে সেই দাবীৰ অধিকাৰ বিধুৰামৰহে আছে। বিধুৰামক এৰি মই কেতিয়াও নাযাওঁ, বিধুৰামৰ লগতে আকৌ মোৰ জীৱন-ৰথৰ চকৰী ঘূৰিবলৈ ধৰিলে।"—এইবুলি চন্দন অলপ সময় ৰৈ গ'ল। তেতিয়া আন্ধাৰ গভীৰ হৈ আহিছিল। ব্ৰহ্মপুত্ৰৰ বুকুৰ সোঁতৰ শব্দৰ বাহিৰে কেনিও ক'তো একো শব্দ নাই! মাজতে এবাৰ দূৰত এখন জাহাজৰ উকি এটা শুনিছিলোঁ। উকিটোৱে মোৰ মনটোও অকস্মাত গহীন কৰি তুলিছিল। উপকূল বিচাৰি নোপোৱা এখন জাহাজ যেন সাগৰৰ প্ৰচণ্ড ঢৌৰ লগত যুঁজি যুঁজি অবিৰাম গতিৰে ধাবমান হৈছে—এনে এখন ছবি মোৰ কল্পনাত ভাহি উঠিছিল। মগ্ন হৈ পৰিছিলোঁ মই। এনেতে সি আকৌ মাত দিলে—

"বুজিছ অনিল, মোৰ আই যে এজনী বেশ্যা, আৰু এজনী বেশ্যাৰ টকাৰেই হে মই পেট পুহিছোঁ, পঢ়া-শুনা কৰিছোঁ—সেই কথাই মোৰ মনটো দিনে দিনে উদ্‌ভ্ৰান্ত কৰি তুলিবলৈ ধৰিলে। মোৰ হীনাত্মিকা ভাবটোৰ বিকৃতি ঘটিল। মই বিচাৰিলোঁ প্ৰতিপত্তি। প্ৰতিপত্তি লাগে মোক। নিজক ঢাকি ৰাখিবৰ বাবে প্ৰতিপত্তি লাগে মোক। নিজক ঢাকি ৰাখিব নোৱাৰিলে নিজক বেছিকৈ প্ৰকাশ কৰিবৰ বাবে প্ৰতিপত্তি লাগে মোক। মানুহে প্ৰতিপত্তি লাভ কৰে চৰকাৰৰ উচ্চ গাদীৰ অধিকাৰী হৈ, ধনী হৈ, প্ৰতিভাবান হৈ, ডকাইত হৈ, গুণ্ডা হৈ। দেখিলোঁ মোৰ বাবে প্ৰতিপত্তি লাভ কৰাৰ একমাত্ৰ উপায় হৈছে গুণ্ডা হোৱা। বাকী কেউটা



উপায়ৰপৰা মই বঞ্চিত। গুণ্ডা হ'ব লাগিব, ডাঙৰ গুণ্ডা হ'ব লাগিব, বৰকাকতীতকৈয়ো বেছি গুণ্ডামি কৰিব লাগিব জীৱনত।… গুণ্ডা হ'লোঁ মই। গুণ্ডা হ'লোঁ মই অনিল, মই গুণ্ডা হ'লোঁ।……", এইবুলি সি হুক্ হুক্ কৰে কান্দি দিলে।……

তেতিয়া আকৌ এবাৰ জাহাজখনৰ উকি শুনিছিলোঁ। আৰু ব্ৰহ্মপুত্ৰৰ বুকুত সোঁতৰ খলকনি।

\+ \+ \+

চম্পা আৰু পাৰ্ব্বতীৰ গৰ্ভত চন্দন আৰু মৃন্ময়ীয়ে দেহ ধাৰণ কৰিছিল। নায়ক আছিল বংশী বৰকাকতী। এতিয়া চন্দনে গম পালে মৃন্ময়ী তাৰ ভনী। কিন্তু মৃন্ময়ীয়ে এই কথা জনা নাই। সেইদিনা বাটত ককৰ্থনা কৰাৰ পিছত মৃন্ময়ী কেইবাদিনো কলেজলৈ অহা নাছিল। পিছত এদিন মৃন্ময়ী কলেজলৈ আহিল। মৃন্ময়ীয়ে ক্লাচত মনৰ উচপিচনিত চন্দনলৈ চাইছিল। চন্দনৰ শান্ত গভীৰ মুখখন দেখি মৃন্ময়ীৰ বেয়া লাগিল হয়তো। নাই, চন্দনক ইমান বেয়াকৈ গালি পাৰি তাই ভাল নকৰিলে। বেচেৰা এতিয়া চাগৈ লাজতে শান্ত হৈ পৰিছে। মৃন্ময়ীৰ মনত চন্দনৰ প্ৰতি পুতৌ জাগিল। তাই মনে মনে চন্দনক লগ ধৰি তাই ক'ব—'আপুনি তেনেকৈ কোৱাৰ কাৰণেহে মোৰ খং উঠিছিল! আপুনিনো মোক তেনেকৈ কিয় কৈছিল?' মৃন্ময়ীয়ে মনতে এইদৰে ভাবিলে সঁচা, কিন্তু সেইকথা ক'বলৈ কোনো চল নাপালে। ইপিনে চন্দনো দিনে দিনে গহীন গম্ভীৰ হৈ আহিছিল। চন্দনেও মনে মনে ভাবিছিল—মৃন্ময়ীক সি এবাৰ লগ ধৰি ক'ব—"মোৰ ওপৰত উঠা খংটো আঁতৰিছেনে? আপোনাৰ ভালৰ কাৰণেহে মই তেনেকৈ কৈছিলোঁ"। এইদৰে ভাবি থাকোঁতেই কেইবাদিনো পাৰ হৈ গ'ল। কোনেও কাকো মাত মাতিবলৈ অকুণ্ঠিত বোধ কৰিব নোৱাৰিলে।

এদিন কলেজ ছুটী হোৱাৰ পিছত ওলাই আহোঁতে মৃন্ময়ী আৰু চন্দন মুখামুখি হ'ল। চকুৱে চকুৱে পৰাত মৃন্ময়ীৰ মুখখন ৰঙা হৈ

উঠিল। চন্দনে তেতিয়া সকলো দ্বিধা-কুণ্ঠা দূৰ কৰি মৃন্ময়ীক ক'লে—

"খংবোৰ পাতলিছে নিশ্চয় ?"

এখোজো আগ নবঢ়াকৈ মৃন্ময়ী ৰৈ গ'ল। চন্দনৰ কথাষাৰ শুনি তাইৰ বৰ লাজ লাগিল। লাজতে তাইৰ মুখখন ৰঙা-ক'লা পৰি গ'ল। আনকি তাইৰ চন্দনৰ পিনে মুখ তুলি চাবলৈয়ো লাজ লাগিল। লাজতে তাই তলমূৰকৈ ৰ'ল। চন্দনে তাইৰ লাজতে বিবৰ্ণ হৈ উঠা মুখখন চালে। আগতে সি মৃন্ময়ীক ইমান আত্মীয় দৃষ্টিৰে কেতিয়াও চোৱা নাছিল। ধুনীয়া তাইৰ মুখখন। তাৰ ভনীয়েকজনী বৰ ধুনীয়া। তাৰ চকু থৰ লাগিছিল। কিবা এক আপুৰুগীয়া আনন্দৰ আমেজত সিও একো নোকোৱাকৈ ৰৈ থাকিল খন্তেক সময়। এই অসহনীয় মৌনতা ভাঙি এইবাৰ মৃন্ময়ীয়ে মৰোঁ-জীওঁ-সো-আধিকৈ ক'লে—

"ক্ষমা কৰিব।"

কথাষাৰ কৈয়েই মৃন্ময়ী আগবাঢ়িল। চন্দনো বিপৰীত ফালে গুচি আহিল।...

\+ \+ \+

দিনবোৰ বাগৰি গৈ আছিল।

চন্দনৰ জীৱনলৈ পৰিবৰ্ত্তন আহিছিল ক্ষিপ্ৰ গতিৰে। এতিয়া আৰু চন্দন সেই গুণ্ডামাৰ্কা ল'ৰাটো নহয়। এতিয়া সি ভাল হ'ল। এতিয়া মাৰ্জিত হ'ল—তাৰ কথা-বতৰা, চলন-ফুৰণ, ভাব-ভঙ্গী... সকলো। সি উপলব্ধি কৰিলে—তাৰ জীৱনৰো এটা অৰ্থ আছে, লক্ষ্য আছে।

তাৰ সমস্ত মানস-সত্তাত এজনী ছোৱালীৰ অস্তিত্ব বিজড়িত হৈ পৰিছিল গাঢ়ভাৱে। এই ছোৱালীজনীয়ে তাৰ মনটো এনে ধৰণে অধিকাৰ কৰি পেলালে যে সি এতিয়া উন্মুক্ত হ'ব নোৱাৰা হ'ল। কোনোবা মুহূৰ্ত্তত পথচ্যুত হোৱাৰ উপক্ৰম কৰিলেই এই ছোৱালীজনীয়ে যেন তাক মনে মনে বাধা দিয়ে। সি যেন তাইৰ করুণ কণ্ঠস্বৰ শুনিবলৈ পায়—'নাযাবা চন্দন, বিপথে নাযাবা। তুমি বিপথে গ'লে ময়ো যাম—ময়ো বিপথে যাম।' এই মৃন্ময়ী নামৰ ছোৱালীজনীলৈ তাৰ এতিয়া সঘনে মনত পৰে। কলেজত থকা সময়ছোৱাত সি তাইৰ মুখখন মনে মনে চায়। তাইক চাই সি কেতিয়াবা তন্ময় হৈ পৰে। তাৰ অন্তৰত হেপাহ জাগে। মৃন্ময়ীক তাৰ মৰমৰ মাজত সুমুৱাই ৰাখিবলৈ মন যায় তাৰ। সি আকুল হৈ উঠে। সি ইমান আকুল হৈ উঠে—সি যেন এতিয়াই কৈ দিব—মৃন্ময়ী, তুমি মোৰ নিজৰ ভনী, আমাৰ এই সম্বন্ধটো মানি লোৱা মৃন্ময়ী, মানি লোৱা। সি যেতিয়া অকলে ঘৰত নিজৰ কোঠাটোত বহি থাকে তেতিয়া তাৰ মাকলৈয়ো মনত পৰে। মাকৰ কথা মনত পৰিলেই তাৰ মনটো অসহ্য যন্ত্ৰণাত ছট্‌ফটাই উঠে। তথাপি মনটো সুস্থ কৰি ল'বলৈ চেষ্টা কৰি সি কথাবোৰ জুকিয়াবলৈ ধৰে : বাৰু মানি লৈছোঁ, হীনাত্মিক ভাবত পেঁপুৱা হোৱা চম্পাই বৰকাকতীৰ বিৰুদ্ধে থিয় দিব নোৱাৰিলে। দুৰ্ব্বলা আছিল তাই, আশ্ৰয়হীনা আছিল তাই। তাইৰ জীৱনৰ দায়িত্ব লোৱা মানুহ থকা হ'লে বৰকাকতীয়ে গাঁৱৰ খেতি-বাতিৰ খবৰ কৰিবলৈ গৈ নিষ্পেষিত খেতিয়ক পৰিয়াল এটাৰপৰা তাইক বুটলি আনি শেষত কুৎসিত যৌন সম্ভোগৰ খোৰাক কৰি ল'ব নোৱাৰিলেহেঁতেন। মানি লৈছোঁ, মানি লৈছোঁ সেই কথা। মানি লৈছোঁ—গৰ্ভত কোনোবা এটা কলঙ্কময় নবাগতৰ স্থিতি যেতিয়া অঙ্কুৰিত হ'ল তেতিয়া তাইৰ মন অপৰাধৰ চেতনাত জৰ্জ্জৰিত হৈ পৰিছিল, অথচ তাই বিদ্ৰোহ কৰিব নোৱাৰিলে, তাই মৰিব নোৱাৰিলে, তাই সমাজক কৈ দিব নোৱাৰিলে যে তাই দায়ী নহয়, তাই দুৰ্ব্বল বৰকাকতী দেউতাক বাধা দিবলৈ তাইৰ সিমানখিনি সাহ নাছিল। ইপিনে বিধুৰাম ? বিধুৰামৰ প্ৰতি তাইৰ মন আকুল হৈছিল। বিধুৰামৰো তাইৰ প্ৰতি এটা আকৰ্ষণ হৈছিল। কিন্তু গিৰীহঁতৰ নজৰবন্দী হৈ আছিল সিহঁত। সিহঁতৰ প্ৰেম অবাধ হ'ব

নোৱাৰিলে। তাইৰ গৰ্ভত অশুভ লক্ষণ দেখাৰ দিনৰপৰা বিধুৰামৰ মনো তাইৰ প্ৰতি ঘৃণা-বিদ্বেষেৰে পৰিপূৰ্ণ হৈ উঠিছিল। তথাপি বিধুৰামে কিয় তাইক গ্ৰহণ কৰিলে? সুদীৰ্ঘ সময় ধৰি নগৰত বৰকাকতীৰ ঘৰত লগুৱা হৈ থকাৰ মূৰত বিধুৰামৰ মনত এটা নিষ্ঠুৰ সত্যৰ সাঁচ বহি গৈছিল। বিধুৰামে বুজিছিল জগতত টকা থাকিলে কৰিব নোৱাৰা কাম নাই। জগতত টকা থাকিলে বৰ আৰামত থাকিব পাৰি। তেনেহ'লে বিধুৰামে নিশ্চয় টকাৰ মোহতেই তাইক গ্ৰহণ কৰিলে। বিধুৰামৰ লগত কেইবাবছৰো থকাৰ মূৰত তাই কিয় পলাই গ'ল? কিয়?......কিয় পলাই গলি আই, কিয় পলাই গলি? আই—মোৰ বেশ্যা আই!......হুক্ হুক্ কৰে কান্দিবলৈ ধৰে সি। কান্দি কান্দি ভাগৰ লাগিলে সি ক'ৰবালৈ ওলাই যায়।

এদিন সন্ধিয়া সি মাকৰ কথা ভাবি কান্দি থাকোঁতে—কান্দোনৰ শব্দ গৈ বিধুৰামৰ কাণত পৰিছিল। বিধুৰাম তাৰ কোঠাটোৰ ভিতৰলৈ সোমাই আহি তাৰ কাষত বৈ সুধিছিল: কান্দিছ কেলেই অ' চন্দন? কি হ'ল তোৰ?

সেইদিনা চন্দনে মনৰ কথা লুকুৱাই নাৰাখি বিধুৰামক কৈ দিলে: আই কিয় পলাই গ'ল, হয়নে? আই কিয় পলাই গ'ল?

প্ৰশ্নটো শুনি বিধুৰামৰ মুখখন গম্ভীৰ হৈ উঠিল। বিধুৰামৰ গম্ভীৰ হৈ উঠা মুখখন দেখি চন্দনৰ উৎকণ্ঠা বাঢ়িল। সি আকৌ বিধুৰামক সুধিলে: নকয় কেলৈ—আই কিয় পলাই গ'ল। আই পলাই যাবলগীয়া হ'ল কিয়?

বিধুৰাম তথাপি নিমাত। বিধুৰামৰ মনত যেন বহুত কথা আহি ভুমুকি মাৰিছেহি। অথচ প্ৰকাশত যেন কিবা এটা ডাঙৰ বাধা। বিধুৰামৰ মুখখন দেখি চন্দন অস্থিৰ হৈ উঠিল। সি এেকেকোবেই উঠি গৈ বিধুৰামৰ দুবাহুত ধৰি মাতুহটো জোকাৰি জোকাৰি চিঞৰি উঠিল—'নকয় কিয়'?

এইবাৰ বিধুৰামে ক'লে: শুন, ইমান অধৈৰ্য্য নহবি। তেতিয়া



তোৰ বয়স আঠ বছৰ। এই আঠোটা বছৰত তোৰ মাৰক মই এদিনো এষাৰ মাত দিয়া নাছিলোঁ। তোৰ মাৰক মই মনে মনে ঘিণ কৰিছিলোঁ। কাৰণ আমি বৰকাকতীৰ ঘৰত থাকোঁতে তোৰ মাৰলৈ মোৰ...মোৰ মানে...। মোৰ মানে...কিনো ক'ম তোক! বাদ দে সেইবোৰ। পিছত তোৰ জন্ম হ'লত তোৰ মাৰলৈ মোৰ ঘিণ লাগিল। অথচ তোৰ মাৰক ময়েই ৰাখিবলগীয়া হ'ল। বৰকাকতীয়ে মোক বহুত টকা দিলে। এই ঘৰটোও সজাই দিলে। এতিয়া থকা মোৰ 'গেলামালৰ' দোকানখনো বৰকাকতীয়েই দিয়া। মোৰ লোভ লাগিল। টকা-পইচালৈ মোৰ লোভ লাগিল। ঘিণ লগাৰ সত্বেও তোৰ মাৰক মই লৈ আনিলোঁ। ৰাখিলোঁ। বছৰৰ পিছত বছৰ পাৰ হৈ গ'ল। কিন্তু কোনো দিনেই এষাৰ মাত নিদিলোঁ। কিতিয়াবা ভাত খাওঁতে কিবা লাগিবনেকি মোক সোধে। মই উত্তৰ নিদিওঁ। পাগঘৰত গৈ তোৰ মাৰে কান্দে। কেতিয়াবা বজাৰলৈ গৈ তোৰ মাৰলৈ কাপোৰ-কানি কিনি আনো। সেইবোৰ মেজখনত থৈ মই আঁতৰি যাওঁ। তোৰ মাৰে কাপোৰ-কানিবোৰত মূৰ গুজি কান্দে। কেতিয়াবা তোক কোলাত বহুৱাই লৈ গধূলি চোতালত বহি পদ এফাকি গাওঁ। তোৰ মাৰে ভিতৰত তাকে চাই উচুপি থাকে। তেতিয়াও বৰকাকতীয়েই তহঁতৰ ভৰণ-পোষণৰ কাৰণে মোৰ হাতত টকা দি যায়। টকাবোৰ পালেই তোৰ মাৰলৈ মোৰ বেছি ঘিণ লাগে। লাহে লাহে তোৰ মাৰলৈ বেছি ঘিণ লগা হ'ল। হকে-বিহকে ভোৰভোৰাই থাকোঁ। ঘৰখনত কেউপিনে অশান্তি। ইতিমধ্যে তই যেতিয়া ডাঙৰ হৈ আহিলি তেতিয়া আকৌ বৰকাকতীয়ে মনে মনে তোৰ মাৰৰ লগত সেইবোৰ কাণ্ড কৰিবলৈ সুবিধা বিচাৰিছিল।

দুদিনমান বৰকাকতী বোলে মই দোকানত থকাৰ সময়ত চেগ বুজি আমাৰ ঘৰৰ আগত ৰৈ মটৰৰ হৰ্নো বজাইছিল। তাৰ পিছত এদিন দেখিলোঁ তোৰ মাৰ নাই। ৰাতি দুপৰলৈকে তোক লগত লৈ গোটেই নগৰখন তোৰ মাৰক বিচাৰি চলাথ কৰিলোঁ, নাপালোঁ।

তোৰ মনত আছেনে—তোক মাৰ ক'ববাত ফুৰিবলৈ যোৱা বুলি কৈছিলোঁ। এনেকৈয়ে কেইবাবছৰো পাৰ হৈ গ'ল। ৰাতিপুৱা গধুলি তোক এৰি থৈ ঘৰৰপৰা ওলাব নোৱাৰোঁ। ইপিনে দোকান-খনৰ অৱস্থাও দিনে দিনে বেয়া হৈ আহিল। তেতিয়া তই মোক সুধিছিলি মাৰৰ কথা। মই কৈছিলোঁ—তোৰ মাৰ মৰি গ'ল। তাৰ পিছত এদিন হঠাৎ এখন চিঠি পালোঁ। মাৰৰ। উত্তৰ প্ৰদেশৰ এখন নগৰৰপৰা লিখা। চিঠিখনত লিখিছিল—তোৰ ভৱিষ্যত জীৱনৰ মঙ্গল কামনা কৰিয়েই তেওঁ আঁতৰি গৈছে। তই যেতিয়া ডাঙৰ হবি, যেতিয়া তই তোৰ দেউতাৰৰ সন্ধান লবি তেতিয়া কি উত্তৰ দিব তেওঁ? আনহাতে বৰকাকতীয়ে আকৌ অত্যাচাৰ আৰম্ভ কৰিবলৈ বিচাৰিছিল। তোৰ সমুখতে যদি এইবোৰ কাণ্ড ঘটে তেনেহলে তোৰ জীৱনটোও বৰবাদ হৈ যাব। গতিকে এদিন মৰি যোৱাই ভাল বুলি ঘৰৰপৰা ওলাই গৈছিল। ৰাতি ব্ৰহ্মপুত্ৰৰ কাষত থিয় হৈ কি কৰিব, কি নকৰিব ভাবি থাকোঁতেই হঠাৎ এখন মটৰ গাড়ী আহি তেওঁৰ কাষত ৰ'লহি। দুজনমান মানুহ গাড়ীখনৰপৰা নামি আহি তাইক জোৰ কৰি গাড়ীত বহুৱাই ল'লে। চিঠিখনত লিখিছিল: সেইদিনা ৰাতিয়েই অসম পাৰ কৰি জলপাইগুৰি জিলাৰ মাজেদি মোক লৈ আহিল সেই মানুহ কেইজনে। মানুহ কেইজনে মাইকীৰ ব্যৱসায় কৰে। ভাৰতৰ বহুত নগৰত তেওঁলোকৰ এই ব্যৱসায় আছে। এতিয়া এই নগৰত মই দেহৰ ব্যৱসায় কৰিছোঁ। বহুত টকা পাওঁ। কেতিয়াবা একোটা দিনতে পাঁচশ পৰ্য্যন্ত পাওঁ। মোক সিহঁতে গান গাবলৈ শিকাইছে। নাচিবলৈয়ো শিকাব বোলে। তেতিয়া বোলে মই হেজাৰ হেজাৰ টকা পাম। তাৰে কেই হেজাৰ মান সিহঁতে নিব। বাকীখিনি মোৰ।……এইবোৰ কথা চন্দনে যেন কেতিয়াও গম নাপায়। তাৰ ছবি এখন তুলি পঠাবনে? মানুহবোৰ আঁতৰি গ'লে—তাৰ কথা মনত পৰে মোৰ। কান্দি-কাটি বাউলী হওঁ। ঈশ্বৰৰ ওচৰত খাটোঁ—হে ঈশ্বৰ, মোৰ সোণটোক মানুহ কৰি



তোলা। মোৰ পাপৰ বাবে তাক শাস্তি নিদিবা ঈশ্বৰ, তাক শাস্তি নিদিবা।……

তাৰ পিছত আৰু বিধুৰামে একো ক'ব নোৱাৰিলে। দীঘল নিশ্বাস এটা পেলাই বিধুৰাম তাৰপৰা আঁতৰি গ'ল। চন্দন নীৰৱে একে ঠাইতে কিছু সময় ৰৈ থাকিল। তাৰ পিছত অনুমান কৰিলে তাৰ গাল দুখন তিতিছে। হয়তো তাৰ অজ্ঞাতেই তাৰ চকুপানী ওলাইছিল।……

* * * *

এতিয়া সি ভাবে মাকৰ সেই মিনতি ঈশ্বৰে শুনিব। কোনে কয় তাৰ মাক বেশ্যা? তাৰ মাকৰ নিচিনা সতী আছে কোন এই পৃথিৱীত? এনে সতীৰ মিনতি ঈশ্বৰে নিশ্চয় শুনিব। সি মানুহ হ'ব। সি মাকৰ পৱিত্ৰ অন্তৰৰ আহ্বান ৰক্ষা কৰিব। মাকৰ জীৱনৰ ঘাত-প্ৰতিঘাতবোৰ তাৰ জীৱনৰ পাথেয় হৈ ৰ'ব। সি কোনোদিনেই নেপাহৰে—সি এখন নিষ্পেষিত পৃথিৱীৰ প্ৰতিনিধি। তাৰ দায়িত্ব আছে, তাৰ কৰ্ত্তব্য আছে—সি এদিন প্ৰতিপত্তি লাভ কৰিব লাগিব। যিখন পৃথিৱীত তাৰ পৰম পূজ্যা—আইজনীয়ে বিনা দোষত বেশ্যা হৈ জীৱন কটাবলগীয়া হৈছে—সেইখন পৃথিৱীত সি হাত সাবটি বহি থাকিব নোৱাৰে,—হেলাৰঙে উদ্‌ভ্ৰান্তিৰ সোঁতত উটি যাব নোৱাৰে। সি থিয় হ'ব মানুহৰ দৰে। নিষ্পেষণৰ চেতনাত সি পৰাক্ৰমী হৈ উঠিব। নিৰ্য্যাতনে গৰকি পেলোৱা তাৰ আইজনীৰ ক্লিষ্ট আত্মাত সি এগছি শান্তিৰ শলিতা হৈ উজ্বলিব।……

চন্দন সংকল্পবদ্ধ হ'ল। সি দুগুণ উৎসাহেৰে অধ্যয়ন কৰিবলৈ ধৰিলে। তাৰ জীৱন সুশৃঙ্খলিত হৈ উঠিল। বিধুৰামৰ মুখত আনন্দৰ ৰেখা বিয়পি পৰিল। মৃন্ময়ীয়েও অনুভৱ কৰিলে—তাইৰ অন্তৰৰ কোনোবা এটা গোপন কোণলৈ চন্দন নামৰ এটা সুন্দৰ, সুস্থ মনৰ ডেকা অহি তাইৰ সমগ্ৰ মানসসত্তা জিনি পেলাইছে। আনহাতে চন্দনৰো মৃন্ময়ীৰ প্ৰতি এটা নতুন আকৰ্ষণ জন্মিল।

মৃন্ময়ীক দেখিলেই তাৰ ভাল লগা হ'ল, নেদেখিলে নিঃসঙ্গ যেন বোধ কৰা হ'ল। মৃন্ময়ীক তাৰ মৰমৰ চৌৰে বুৰাই দিবলৈ মন যোৱা হ'ল। জীৱনত যে সি এতিয়া অকলশৰীয়া নহয়, তাত এজনী ভনীও আছে সেইকথা ভাবি সি মনত এটা নতুন সাহ পোৱা হ'ল। তথাপি তাৰ মনৰপৰা এটা কথা মচ খোৱা নাছিল। সেইদিনা ৰাতি মৃন্ময়ী কিয় গৈছিল বৰকাকতীৰ ঘৰলৈ ? কিয় ??

এদিন সি মৃন্ময়ীক হঠাতে সুধি পেলালে—

"বৰকাকতীৰ ঘৰলৈ সিদিনা কিয় গৈছিল ?"

"আপোনাৰ কিবা সন্দেহ আছে ? সন্দেহ আছে যদি আজি আমাৰ ঘৰলৈ আহিব। সকলো সন্দেহ ভাগি যাব,—আহিবতো ?" মৃন্ময়ীয়ে একেবাৰে হাঁহি মাৰি ক'লে। চন্দনে একো উত্তৰ নিদি তাইৰ মুখখনলৈ চালে। ইমান ধুনীয়া তাইৰ মুখখন! ইমান মৰম লগা তাৰ ভনীয়েকজনী।

"আহিবনে নাহে ?"—তাৰ তন্ময়তা ভাঙি মৃন্ময়ীয়ে আকৌ সুধিলে।

"যাম বাৰু।"

"কেতিয়া ?"

"গধূলি।"

"বাট চাই থাকিম তেনেহলে"—এইবুলি মৃন্ময়ী আগবাঢ়িল।

তেতিয়া গধূলি হৈছিল। বাবিষাৰ গধূলি। মুকলি বতাহ খাবলৈ নগৰৰ বাটত সান্ধ্যযাত্ৰী-দল দল। বিজুলী বাতিৰে নগৰৰ বাট-ঘাট তিৰবিৰাই উঠিছিল। কেউপিনে জন সমাগম। তাৰ মাজে মাজে চন্দন আগবাঢ়ি গৈছিল মৃন্ময়ীহঁতৰ ঘৰলৈ। মনত তাৰ অসীম উৎকণ্ঠা। কি হ'ব ? কি ক'ব মৃন্ময়ীয়ে। মাকেই বা ভাবিব কি ? বৰকাকতীও তাতে বহি থাকিব নেকি ?......

অৱশেষত সি গৈ সিহঁতৰ ঘৰৰ বাৰাণ্ডাত থিয় দিলেগৈ। তাৰ পিছত দুৱাৰখনত দুটামান টোকৰ মাৰিলে। লগে লগে দুৱাৰখন



মেল খালে। দুৱাৰখন খুলি দিয়া মানুহ গৰাকীৰ মুখামুখি হৈ সি এটা নমস্কাৰ জনাই ক'লে—"মৃন্ময়ী চলিহা আছে নেকি ?"

মানুহ গৰাকীয়ে উত্তৰ দিবলৈ নৌ-পাওঁতেই ভিতৰৰ কোঠাটোৰ-পৰা 'আছোঁ, আছোঁ' বুলি মৃন্ময়ী ওলাই আহি একৰকম চিঞৰি উঠিল—"ইমান দেৰি কৰিলে কিয় ?"

চন্দনে কথাষাৰৰ উত্তৰ দিবলৈ ধৰোঁতেই মৃন্ময়ীয়ে আকৌ ক'লে —"আহক, সোমাই আহক" এইবুলি তাই চন্দনক বহিবলৈ ক'লে। মানুহ গৰাকীয়ে তাৰ মুখলৈ সতৰ্ক দৃষ্টিৰে চাই আছিল একাষৰপৰা। মৃন্ময়ীয়ে মানুহ গৰাকীক তেতিয়াই চন্দনৰ পৰিচয় দি ক'লে—"মা, মই যে কওঁ চন্দন বৰবৰাৰ কথা, এখেতেই।" চন্দনৰ মুখখন কিবা দোধোৰ-মোধোৰ ভাবত ৰঙা পৰি গৈছিল। এনেতে মৃন্ময়ীৰ মাকে ক'লে—"এই আকৌ তোমাৰ কথা কৈ থাকে বুজিছা। তোমাক দেখিলোঁ—ভালেই হ'ল।" এইবুলি মৃন্ময়ী আৰু তাৰ সমুখতে চকী এখনত বহি আকৌ তাৰ পিনে চালে। তাৰ বৰ লাজ লাগিছিল। সি তলমূৰ কৰি নিমাত হৈ থাকিল। মৃন্ময়ী ভিতৰলৈ সোমাই গৈছিল। অলপ সময় মাত-বোল নোহোৱাকৈ পাৰ হোৱাৰ পিছত মৃন্ময়ীৰ মাকে আকৌ তাক ক'লে—

"কি হে কথা-চথা নোকোৱা দেখোন! আজিকালিৰ ল'ৰানো এনেকুৱা লাজকুৰীয়া হ'ব পায়নে ?"—কথাষাৰ শুনি তাৰ বেছি লাজ লাগিল। সি নো কি ক'ব, কি কথা পাতিব ভাবি থাকোঁতেই মৃন্ময়ী তামোলৰ বটা লৈ সোমাই আহি তাক তামোল খাবলৈ দিলে। তামোল এখন বটাটোৰপৰা লৈ সি খাবলৈ ধৰোঁতেই মৃন্ময়ীৰ মাকে আকৌ ক'লে—"আজিকালি ল'ৰাবোৰে চুলি-তুলি নফণিয়ায় নেকি !" কথাষাৰ শুনাৰ পাচত তাৰ মুখখন বিবৰ্ণ হৈ পৰিছিল। কঁপা কঁপা হাতেৰে কথমপি তামোলখন মুখত সুমুৱাই সি মৃন্ময়ীক ক'লে—"যাওঁ আৰু।"

"এতিয়াই ?"—মৃন্ময়ীয়ে আশ্চৰ্য্যবোধক ভঙ্গিমাৰে বটাটো

মেজখনৰ ওপৰত থৈ ক'লে। চন্দনে একো কবলৈ নৌ-পাওঁতেই মৃন্ময়ীয়েই মাকৰ কাষত থিয় হৈ ক'লে—

"বুজিছ মা, সিদিনা যে ৰুবীহঁতৰ ঘৰলৈ গৈছিলোঁ—সেই কাৰণেই এখেতৰ লগত মোৰ কাজিয়া লাগিছিল" এইবুলি মৃন্ময়ীয়ে পাতলকৈ হাঁহিলে। চন্দনে এইবাৰ মৃন্ময়ীৰ মাকৰ ফালে চালে। এয়া, এই গবাকীয়েই পাৰ্ব্বতী চলিহা। কিন্তু ইমান গম্ভীৰ হৈ গ'ল কিয় ০ মৃন্ময়ীৰ কথাষাৰ শুনি? মৃন্ময়ীৰ কথাষাৰ শুনি মাকে কোনো কথা নক'লে, কেৱল মুখৰ ৰং সলনি হৈ গ'ল তেওঁৰ। এই মুহূৰ্ত্ততে চন্দনে সুবিধা বুজি সুধিলে—এবাৰ মৃন্ময়ী, আৰু এবাৰ মাকৰ ফালে চাই—

"ৰুবী কোন?"

"ৰুবী? কেলৈ ৰুবীক চিনি নেপায়? ৰুবী বৰকাকতীৰ ভতিজাক। ছিলঙৰ লেডী কিন কলেজত পঢ়ে। তাইৰ সেইদিনা জন্ম দিন আছিল। তাইৰ দেউতাকো আহিছিল। আমাক যাবলৈ মাতিছিল অতিকৈ। আপুনি যে মোক দেখিছিল,—তাৰ আগে আগে ৰুবী আৰু তাইৰ দেউতাকো গাড়ীৰপৰা নামি গৈ ঘৰত সোমাইছিল। ৰাতি ৰুবীহঁতেই মোক ঘৰত থৈ গৈছিলহি। এতিয়া সন্দেহ ভাগিলতো?"—এইবুলি মৃন্ময়ীয়ে চন্দনলৈ বৰ আগ্ৰহেৰে চাইছিল। চন্দনৰ চকু কিন্তু মৃন্ময়ীৰ মাক শ্ৰীমতী পাৰ্ব্বতী চলিহাৰ মুখৰ ওপৰতহে আবদ্ধ আছিল। মৃন্ময়ীৰ কথাবোৰ শুনি পাৰ্ব্বতী চলিহাই এটা দীঘল নিশ্বাস পেলাইছিল। পিছত—

"তহঁতে কথা পাত। মই যাওঁ, ভাত সাজৰতো যোগাৰ কৰিব লাগিব!" এই বুলি পাৰ্ব্বতী চলিহা ভিতৰলৈ সোমাই গ'ল। চন্দনে বুজি পালে—পাৰ্ব্বতী চলিহাৰ মনত বৰকাকতীৰ কথা কোৱাৰ লগে লগে কিবা এটা আশঙ্কাৰ ভাব জাগি উঠিছিল। এইকুৰা আশঙ্কাৰ জুইৰপৰা পাৰ্ব্বতী চলিহা কোনো দিনেই সাৰিব নোৱাৰিব। ই বনজুইৰ দৰে তেওঁক পিছে পিছে খেদিছে।......



মাকৰ ফালে তেনেকৈ চোৱা দেখি আচৰিত হৈ মৃন্ময়ীয়ে এইবাৰ চন্দনক ক'লে—

"মাৰ কথা কোৱাৰ ধৰণবোৰ আপোনাৰ কেনেবা কেনেবা লাগিছে নহয়?"

"নহয়, তেখেতে বৰ ভাল কথা কয়। মোৰহে তেখেতৰ আগত লাজ লাগিছিল। নতুনকৈ আহিছোঁ বুলিয়েই নেকি!"

"লাজ কৰিবলৈ কিটো আছে? এতিয়া আমাৰ কাজিয়াও ভাগিল। ভাল হ'ল। মই মাক জানে, আপোনাৰ বিষয়ে কিমান কওঁ—?"

"মোৰ বিষয়ে আৰু' কি কয়?"

"কওঁ, আপুনি—আপুনি—মানে......"

"মানে কি?"

"মানে আপুনি—"

"অঁ আপুনি—?"

"অঁ বৰ—?"

"বৰ—মানে বৰ..."

"মানে বৰ—?"

"বৰ কিবা মানুহ!"

তাৰ পিচত দুয়োৰে হাঁহি উঠিছিল। জোৰা নোখোৱা হাঁহি উঠিছিল। জোৰা নোখোৱা হাঁহি। দুয়োটা হাঁহিৰ অৰ্থ সুকীয়া সুকীয়া। এটা হাঁহিত আছিল এক যৌৱন বিভোৰা যুৱতীৰ অন্তৰৰ প্ৰেমৰ আকুতি; আনটো হাঁহিত আছিল ককাই-ভনীৰ চেনেহ-প্ৰীতিৰ নিঃছিদ্ৰ প্ৰতিফলন।......

\+ \+ \+

লুইতৰ বুকুৰেদি অজস্ৰ সোঁত পাৰ হৈ গ'ল। ঘড়ীৰ কাটা অক্লান্ত গতিৰে ঘূৰি থাকিল। মানুহৰ বুৰঞ্জীৰ ভালেমান পাত লুটি খালে। এদিন বাতৰি কাকতত স্নাতক মহলাৰ পৰীক্ষাৰ খবৰ

ওলাল। "দিষ্টিংশ্বন"ৰ তালিকাত প্ৰথম নম্বৰত নাম ওলাল চন্দন বৰবৰাৰ। আচৰিত হৈ গ'ল নগৰবাসী। কোনোৱে মন্তব্য কৰিলে পৰীক্ষকবিলাক বলীয়া হ'ল! সিহঁতে ভাং খাই পৰীক্ষা কৰে! মৃন্ময়ীয়েও পাচ কৰিছিল। কিন্তু নিজৰ খবৰতকৈ চন্দনৰ খবৰটো দেখিহে তাই আনন্দত অধীৰা হৈ উঠিল। মৃন্ময়ীয়ে ভাবিলে—তাই বৰ লখিমী ছোৱালী। তাইৰ কপাল কম কপাল নহয়।

পৰীক্ষাৰ খবৰটো পাই চন্দনৰো ভাল লাগিল। কিন্তু সি ঘৰৰ-পৰা এখোজো বাহিৰলৈ নোলালে। বিধুৰামে সুধিলে—"চন্দন, পৰীক্ষাৰ খবৰ পালিনে?"

"পালোঁ।"

"কি হ'ল।"

"ভাল হৈছে, প্ৰথম হৈছোঁ।"

"তেনেহলে মন মাৰি ঘৰত সোমাই আছ কেলেই? যা ওলাই যা, ফুৰি আহগৈ, মোৰ গাৰুটোৰ তলতে টকা দহটা আছে। লৈ যা। বন্ধু-বান্ধৱক চাহ-তাহ খুৱাবি। যা যা হেৰ', আজি কিমান আনন্দৰ দিন।"—এইবুলি বিধুৰাম ওলাই গৈছিল। পদূলিৰ মূৰৰপৰা বিধুৰাম আকৌ উভতি আহি তাক ক'লে—

"হেৰ বোপাই, আজি ইমান আনন্দৰ দিন। গধূলিলৈ আমাৰ গায়নহঁতক মাতি নামকে পাতিব খুজিছোঁ। তয়ো থাকিব লাগিব।" এইবুলি বিধুৰাম ওলাই যাবলৈ বুলি খোজ দিওঁতেই চন্দনে ক'লে—

"নাম পাতক বাৰু। কিন্তু তাৰ আগতে খবৰটো আইলৈ পঠাওক। আইলৈ লিখি দিয়ক—আইৰ প্ৰাৰ্থনা ঈশ্বৰে শুনিছে—শুনিছে"—এই বুলি চন্দনে কান্দি পেলালে। বিধুৰামৰ চকুৰপৰাও টপ্ টপ্ কেইটোপালমান চকুপানী সৰিছিল।......

× × ×

তাৰ পিচত চন্দনে এটা প্ৰথম শ্ৰেণীৰ চাকৰী পালে। মোৰো বৰ ভাল লাগিল সি ভাল চাকৰী পোৱাত। ইপিনে মৃন্ময়ীয়েও স্কুল-



এখনত শিক্ষয়িত্ৰীৰ কাম কৰে। ময়ো একেখন স্কুলতেই শিক্ষকতা কৰিছোঁ। মৃন্ময়ীয়ে মোৰ আগত চন্দনৰ কথা কয়। চন্দন সিহঁতৰ ঘৰলৈ নগ'লে মোকেই সোধে—তাৰ খবৰ। আজি কেইদিনমানৰ পৰা মৃন্ময়ীৰ মনটো ভাল নেদেখা হৈ আছিল, চন্দন বাহিৰত কাম কৰিবলৈ যোৱাৰ কাৰণেই হ'বলা। পিছে আচল কথাটো কালিহে বুজি পালোঁ। মৃন্ময়ীৰ মাকে চন্দনক বিয়াৰ প্ৰস্তাৱ দিছিল। তাৰ উত্তৰ নিদিয়াকৈ চন্দন গুচি গ'ল।

কালি তাকে চন্দনে ক'লে ঃ

"চা চোন অনিল, কি বিপদত পৰিছোঁ! মৃন্ময়ী মোৰ নিজৰ ভনী, একেবাৰে নিজৰ ভনী। মই কি কৰোঁ এতিয়া?"

"কৈ দে আচল কথাটো।"

"কৈ দিবলৈ বৰ সহজ, কিন্তু আচল কথাটো কৈ দিলে মৃন্ময়ীয়ে শান্তিৰে জীৱন কটাব পাৰিবনে? —নাই, মই সেইবোৰ কথা কোনোদিনেই ক'ব নোৱাৰোঁ অনিল, নোৱাৰোঁ..."

"তেনেহলে কি কৰিম বুলি ভাবিছ?"

"ভাবিছোঁ, ভাবিছোঁ এটা কথা"—এইবুলি সি মোৰ হাত দুখনত ধৰি বিনয়ী সুৰত ক'লে—

"মোৰ এটা কথা ৰাখিবি?"

"কি—কচোন"

"মৃন্ময়ীক তয়েই বিয়া কৰ, ভাই—। পাৰিবিনে, পাৰিবিনে? ক না, কিনো হানি হ'ব তোৰ?"

"মোৰ হানি আৰু হ'ব কি? কিন্তু—বিয়া-বাৰুৰ বিষয়ে ঘৰত নোসোধাকৈ কেনেকৈ তোক কথা দিওঁ চন্দন?"

কথাষাৰ শুনি চন্দন মৌন হৈ থাকিল খন্তেক সময়। তাৰ পিছত এখোজ দুখোজকৈ মোৰ ওচৰৰপৰা আঁতৰি গ'ল।...

তাৰ পিনে বহুত সময় চাই থাকিলোঁ।

●●